প্ৰকাশ প্ৰথমঃ ১০ জুন ১৯৭৩

সংকলকঃ হীৰেণ ভট্টাচাৰ্য

প্ৰচ্ছদ পটঃ বেনু মিশ্ৰ

আলোক চিত্ৰঃ জোনাকী চিত্ৰ প্ৰতিষ্ঠান

মূল্যঃ তিনি টকা

প্ৰকাশকঃ
বিচিত্ৰনাৰায়ণ দত্ত বৰুৱা প্ৰতিস্থিত
লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী-১

মুদ্ৰকঃ
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

## আগকথা

ব্ৰজেন বৰুৱাৰ মৃত্যু আমাৰ বাবে এটা কৰুণ সোঁৱৰণী।

পঞ্চাছৰো কম বয়সৰ এই শিল্পীগৰাকীৰ মৃত্যুত আমি হেৰুৱালো এজন প্ৰতিভাবান চিত্ৰ পৰিচালক, সংগীতজ্ঞ—যাৰ সংস্কাৰমুক্ত শিল্পী-মন আছিল প্ৰকৃত অৰ্থত আধুনিক।

শিল্প ভাবনা আৰু শিল্প সাধনা এই দুয়োৰে সুসম সমন্বয় ঘটিছিল তেওঁৰ চৰিত্ৰত।

প্ৰতিকূল পৰিবেশৰ মাজতো তেওঁ প্ৰতিষ্ঠা কৰিব খুজিছিল অসমীয়া চলচ্চিত্ৰৰ সুদৃঢ় ভেঁটি। আৰু, তাৰ প্ৰস্তুতিতেই নিবেদন কৰিলে তেওঁৰ মূল্যবান জীৱন—যি জীৱন আছিল জীৱিকাতকৈ অধিক সত্য, অধিক প্ৰিয়। বয়সত মোতকৈ ছয়-সাত বছৰৰ ডাঙৰ হলেও ব্ৰজেন বৰুৱাৰ লগত মোৰ বন্ধুত্ব গঢ়ি উঠিছিল। সেয়ে, এই সোঁৱৰণী সংকলনটো কৰাৰ মোৰ যেন দায়িত্বও আছে এনে লাগিছে।

যি সকল লেখকৰ ৰচনাই এই সংকলনটি সম্ভৱ কৰি তুলিলে তেখেতসকলক মই মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছো।

অজিৎ বৰুৱা, অতুলানন্দ গোস্বামী, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আৰু হেমাংগ বিশ্বাসৰ লেখাৰ বাহিৰে আন আটাইকিটা প্ৰবন্ধই ইতিপূৰ্বে বাতৰি কাকতত প্ৰকাশ হৈ গৈছে।

শেষত, প্ৰকাশক শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাক (যি এই পুথিখনৰ সমুদায় আয় ৺বৰুৱাৰ পৰিয়ালৰ হাতত দিয়াৰ উদ্দেশ্যেৰে প্ৰকাশ কৰিছে) তেখেতৰ সহৃদয়তাৰ বাবে ব্যক্তিগতভাৱে মই শলাগ লৈছো।

চিৰিয়াখানা পথ
গুৱাহাটী-৩

ইতি—
হীৰেণ ভট্টাচাৰ্য

অজিৎ বৰুৱা

ব্ৰজেন বৰুৱা

গুৱাহাটীৰ কমিছনাৰ ঘাটৰ বকুল কেইজোপা আৰু নাই। তাৰ তলত আৰু বহিব পৰা নাযাব। কিবা অত্যাশ্চৰ্য সংঘটনত যদি আকৌ আমি আটায়ে একেলগে বহিব পাৰোঁও এখন ঠাই খালি থাকিব। পলৰীয়া এছাটি জোনাকে যোতিয়া বকুলৰ তল উজলাব খুজিব সি আহি এখন পাৰি থোৱা ৰুমালৰ ওপৰত পৰিব।—ধুতি লেতেৰা হয় বুলি ব্ৰজেনে ৰুমাল পাতি বহিছিল।—মোৰ কাৰণে এতিয়া এই জোনাকৰ গানটোৰ এয়েই পৰম সংগতি। গান লেখাৰ প্ৰয়োজন বহুদিন হ'ল—শেষ হৈছে। এতিয়া লেখিবলৈ কলম ললেও বহুবাৰ পাছত তললৈ চাই দেখিম কাগজ উকা হৈ আছে। কাৰণ সুৰ দিবলৈ ব্ৰজেনক পোৱা নাযাব।

ব্ৰজেন বৰুৱা নাই। আমাৰ ত্ৰিছ বছৰীয়া চিৰ সান্নিধ্য-কামী বন্ধুত্বৰ এটা ফালৰ অন্ত পৰিল। আৰু এটা ফাল নিজে নমৰালৈকে থাকিব। তেনে বিশ্বাস থাকিলে কবি ডনৰ মৃত্যুত মাছুৰৈ লেখক আইজক ৱাল্টনে কোৱাদি কব পাৰিলেহে তেনেঃ

that body which once was a temple of the Holy Ghost . . . is now become a small quantity of Chritian dust : but I shall see it reanimated.

I shall see if reanimated সেই প্ৰত্যয় নাই। আৰু দেখা হোৱাৰ কোনো কথা নাই। পাহৰাৰ আগলৈকে পুৰণা কথাবোৰ আছে। ব্ৰজেনে আমাৰ সেই পুৰণা কথা কাগজত লেখা সংগতিপন্ন কৰিলে। কেৱল, বৰ বেছি সোন-কালে সংগতিপন্ন কৰিলে।

চলচ্চিত্ৰকাৰ ব্ৰজেন বৰুৱাৰ লগত মোৰ চিনাকী নাই। কাৰণ মই ব্ৰজেন বৰুৱাৰ এখন ছবিও দেখা নাই। এদিন গুৱাহাটী গৈ পাই চাব আগ্ৰহ কৰাত ব্ৰজেনে তেতিয়া চলি থকা ডঃ বেজবৰুৱালৈ লৈ যাব খুজিছিল। কিন্তু যেতিয়া ওলালো তেতিয়া আৰু বহুতো কথাৰ দৰে বৰ দেৰী হৈ গ'ল।

মোৰ বৰ ভালকৈ জনা শুনা আছে কিশোৰ সুৰকাৰ ব্ৰজেন বৰুৱাৰ লগত। ভৱা নাছিলোঁ এই জনা শুনাৰ কথা কেতিয়াবা কাগজত লেখাৰ দৰকাৰ হ'ব। আমাৰ তেতিয়াৰ কথা, গান আৰু সুৰবিলাক আমাৰ লগতে যোৱাৰ কথা আছিল। কাৰণ সেইবিলাকৰ প্ৰয়োজন তেতিয়াই শেষ হৈ গৈছিল—rich in the simple worship of a day. কিন্তু সেইবিলাকৰ কথা লেখিবলগীয়া হৈছে। তাৰ কাৰণ ব্ৰজেন নাই। ব্ৰজেন যে আছে তাৰ কাৰণ সিও হ'ব পাৰিলেহেঁতেন।

দীঘলী পুখুৰীৰ পশ্চিম পাৰৰ বেঞ্চ দুখনত এতিয়াও দুই এজন মানুহ বহে, কিন্তু তললৈ গৈ পানী জিয়ঁলিত বহি গানৰ তালিম দিয়াৰ দৰকাৰ এতিয়া আৰু নহয়। ঘৰ, দুৱাৰ, ভৱন, সংস্কৃতি-সংঘ আছে। যোৱাৰ উপায়ো নাই। বেৰা আছে। ঠিক সাতাইছ বছৰ আগেয়ে তাত গানৰ আখৰা কৰা হৈছিল—লক্ষবীৰৰ শোণিত সিক্ত মুক্তি পতাকা মোৰ—। আবেলি হৈ আহিছিল সিদিনা আবেলিয়েই মিটিঙত গাব লাগিব। সেই পানী জিয়ঁলিৰ ওপৰলৈ বেঞ্চ দুখন। এতিয়া আৰু ব্ৰজেনৰ কাৰণে তাত ভাগ ৰাখিব নালাগে।—বেঞ্চিৰ লোহাৰ হাতখনত বহিব লগা হ'লে ব্ৰজেনে বৰ বেয়া পাইছিল—। লক্ষ বীৰৰ শোণিতৰ সংগতি আমাৰ তাহানিৰ মনৰ সমনীয়া মন বিলাকলৈ সিঁচৰক। কিন্তু আমাৰ কাৰণে সেই গানৰ এই সংগতি বিন্ধি ৰ'ল।

বেছি ভাগ অসমীয়া মানুহৰ কাৰণে চিঙলৈ যোৱাৰ আৱশ্যকতা অচিৰে শেষ হ'ব। চিলং ৰোড এটা নাম মাত্ৰ হৈ থাকিব। এই চিলং ৰোডৰ আৰম্ভণিতে ১৯৪৪ চনৰ অক্টোবৰ মাহত আমি ব্ৰজেন বৰুৱাৰ প্ৰথম সমবেত সংগীতৰ সুৰ শুনিছিলোঁ। আমি আটাইবোৰে ৰাস্তা বন্ধ কৰি খোজ কাঢ়ি নামি গৈ আছোঁ। পকী ৰাস্তাৰ ওপৰত শুনা খোজৰ তালত তাল মিলাই ব্ৰজেনে এটা সুৰ গুণগুণালে। মোৰ তেজৰ সোঁতত সেই সুৰে গুণগুণাইছিল। তাৰ পাছত ডাঙৰকৈ তাৰ পাছত আৰু ডাঙৰকৈ গলে—হিন্দু মুছলমান হিন্দু মুছলমান বৈ যায় সোঁ বিজয় ৰথ বৈ যায় বৈ যায়। সুৰৰ তড়িৎ ভৰিৰ পৰা মূৰলৈ প্ৰবাহিত হ'ল। গানটোৰ প্ৰথম শাৰীয়েই নেতিবাচক। অপৈনত অথচ উচ্চাভিলাষী লেখকৰ উত্ৰাৱল শব্দবোৰে ইটোৱে সিটোত আছাৰি আছাৰি শাসন হেৰুৱাইছে। গড়ালৰ ভিতৰত চেকুৰি ফুৰা ঘোঁৰাৰ দৰে সেই শব্দবোৰত এক কিশোৰ সুৰকাৰে সুৰৰ শাসন বান্ধিছিল। আজি আকৌ বাৰে বাৰে ভাবি চালোঁঃ কাগজত লেখাৰ নিছাত নহয়, বন্ধুত্বৰ পিছল আবেগত নহয়, সুস্থিৰ



আত্মস্থতাত কব পাৰোঁ ব্ৰজেন বৰুৱাৰ বাহিৰে অন্য কোনেও সেই শাসন বোধী শব্দবোৰত উত্তীৰ্ণ সুৰ দিব নোৱাৰিলোহেঁতেন।

মাজে মাজে বিৰক্ত হৈছিলঃ

সিদিনা মনত পৰে সি দুটি চকুৰ ছায়া
মেঘ ভৰা আকাশৰ পৰা নামি যদি আহে সন্ধিয়া।

—নিমিলেই তোৰ। ছুটি ছুটিকৈ লেখিব নোৱাৰ? যে ফুল ধুলায় ঝড়ালে তার সুৰভি যে প্ৰাণে ছড়ালে—তেনেকৈ?—মই এটা শব্দও নেৰোঁ—নবদলাওঁ। সেই কাৰণে পিছলৈ যেনেকৈ চিনেমা কৰাত বুদ্ধি উলিয়াইছিল তেনেকৈ ব্ৰজেনে বুদ্ধি উলিয়াই শাৰী দুটাক মাত্ৰাৰ বান্ধোনৰ পৰা মেলি দি বেলেগ ধৰণে সুৰ যোজনা কৰিছিল। মই লেখিছিলোঁ বুলিয়েই কষ্ট কৰি, জ'ট ভাঙি সুৰ দিছিল। সিহে আজি মোৰ কাৰণে ডাঙৰ কথা। ব্ৰজেন বৰুৱা জনপ্ৰিয় চলচ্চিত্ৰকাৰ নিপুণ সংগীতকাৰ—সেই বিলাকৰ লগত মোৰ সম্পৰ্ক সামান্য। মৃত্যুৱে মোক আৰু কৃপণ কৰিছে। সমাজ, কলা কাৰো অংশ হিচাপে ব্ৰজেন বৰুৱাক ভাবিবলৈ মই অপাৰগ। মই কেৱল দেখোঁ আমি আটায়ে আকৌ একেলগে বহিছোঁ—বিশ্ব ব্ৰহ্মাণ্ডত যেন অন্য কোনো আৰু নাই। ব্ৰজেনে গান গাইছে আমি শুনিছোঁ। গান শেষ হোৱাৰ পাছতে প্ৰবল বেগে আকৌ লাগ বান্ধ নোহোৱা কথা আৰম্ভ হৈছে। বোধকৰোঁ তাৰ মাজতে গানটো লৈ ব্ৰজেনক ঠাট্টা কৰা হৈছে। কথাৰ ফুলজাৰি চাপৰি অহাৰ লগে লগে ব্ৰজেনক আকৌ ধৰাধৰি কৰা হৈছে।—আৰু এটা গা। ব্ৰজেনে কিছু সঁচা কিছু কপট বিৰক্তি প্ৰকাশ কৰিছে। আৰু ব্ৰজেনক বিৰক্ত কৰিবৰ সুবিধা পোৱা নাযাব।

গুৱাহাটীৰ ব্ৰহ্মপুত্ৰৰ ঘাটবিলাকত আমাৰ তেতিয়াৰ দিনবিলাক পেলাই থোৱা আছে।—আৰু জুবিলী বাগিছা যত এতিয়া পানীৰ কল হৈছে। প্ৰতিটো ঘাটৰ লগত একোটাকৈ ব্ৰজেনে সুৰ দিয়া গান মোৰ মনত গঠা আছে। কাছাৰী ঘাটৰ লগত সোনালী মেঘৰ ৰথে দিন মোৰ লৈ যায়, শুক্লেশ্বৰ ঘাটৰ লগত দখিনৰে মলয়া, আৰু কমিছনাৰ ঘাটৰ লগত আকাশৰ পাৰ ভাঙি আহে জোনাকৰ ঢল। চাৰি বছৰ ধৰি এইবিলাক ঠাইৰ কোনোবা এঠাইত নহয় কোনোবা এঠাইত আমি আটায়ে বহিছিলোঁ। কিবা কিম্ভুত আকৰ্ষণত জাৰে জহে ৰ'দে বৰষুণে অসুখে বিসুখে আহি একেলগ হৈছিলোঁ। চৈধ্যশ দিনত কমপক্ষেও তিনি হেজাৰ বাৰ গান গোৱা হৈছিল। ব্ৰহ্মপুত্ৰৰ পানীৰ ওপৰত প্ৰত্যেক দিনেই গধূলি হ'ব। তেতিয়া ব্ৰহ্মপুত্ৰৰ পাৰেদি আমাৰ বন্ধুবিলাকৰ ভিতৰত যেয়েই যাব তাৰেই বুকুৰ ভিতৰত চাবুক মৰা দি আচম্বিতে এবাৰ ব্ৰজেনলৈ মনত পৰিব। মনৰ পৰা জোৰ কৰি ব্ৰজেনক জোকাৰি পেলাই আৰু

গাঢ় গধূলিৰ ফালে আগবাঢ়িব। কিন্তু ব্ৰহ্মপুত্ৰৰ পানীৰ ওপৰত প্ৰত্যেক দিনেই গধূলি হব।

পুৰণাবাটেৰে পলাশবাৰীলৈ এতিয়া বাছ চলে নে নাই কব নোৱাৰোঁ। সাতাইছ বছৰ আগেয়ে আমি আটায়ে এবাৰ একেলগে গৈছিলোঁ। কিয় গৈছিলোঁ আজি আৰু মনত নাই। কেৱল আধুনিক চিত্ৰকাৰৰ ছবিৰ দৰে এখন বিকৃতিধৰ্মী ছবি দেখোঁঃ এখন বাছৰ কেৱল এখন খিড়িকী। দীৰ্ঘ প্ৰস্থ আছে, বোধ নাই। মোৰ এখন হাত বাহিৰলৈ ওলমি আছে। কাষত ব্ৰজেন। মই লেখি দিয়া গান এটা কামিজৰ জেপত সুমুৱাইছেঃ

মাছি থৈ যদি আজিৰ ৰঙীন হাঁহি
কান্দি বয় মোৰ আশাৰ মৰহা পাহি
সিদিনা কঁপি উঠিব এবাৰ মোৰ স্মৃতি বীণাৰ তাঁৰ।
সেই সন্ধিয়াৰ আন্ধাৰৰ আঁৰে আঁৰে
আকুল হৃদয়ে মোৰ বিচাৰিব বাৰে বাৰে
নোপোৱা দিনৰ সপোন তাৰ।......

যেতিয়া ব্ৰজেন ঢুকোৱা খবৰ পালোঁ তেতিয়া মোৰ চকুত পানী নোলাল। বোধকৰোঁ সকলো অনুভৱ লাহে লাহে বিকল হৈ আহিছে। সাত দিন পাছত এই গানটো লেখি দিব লগীয়া হোৱাত যেতিয়া লেখিবলৈ আৰম্ভ কৰিলোঁঃ

দিনান্তৰ সেই শেষ আলোকত
সপোনৰ দৰে আহি
মোৰ আজিৰ ইদিন চকুৰ আগত
আকৌ উঠিব ভাঁহি
আশাৰ দীপালী জ্বলি দিয়া মোৰ দিন
চিৰ জীৱনৰ আন্ধাৰৰ হব চিন

বৈ যায় মোৰ চকুৰ কোণত বিফল অশ্ৰুধাৰ তেতিয়া মধ্যবয়সৰ সুস্থিৰ সংযমেও আৰু চকুৰ পানী বন্ধ কৰিব নোৱাৰিলে।

ব্ৰজেন বৰুৱাই কম বয়সত সুৰ দিয়া প্ৰথম জনপ্ৰিয় একক গান। আজি এই গানটোৰ বাস্তৱ সংগতি হৈছে। তাৰ পূৰ্ণ সংগতি হৈছে।

গানটোৰ মূল পাণ্ডুলিপি মোৰ হাতত এতিয়াও আছে। তলত লেখা আছেঃ To বজ—first constipation. গুৱাহাটী ৩০।১।৪৫ এনেকুৱা ৰোমাণ্টিক গানক আমি অল্ডুছ হাক্সলেৰ ভাষাৰে anaemic and constipated বুলি ঠাট্টা কৰিছিলোঁ। কিন্তু কেনেকুৱা গান লেখা হৈছিল, সুৰ দিয়া হৈছিল অথচ লেখা কাৰণে মোৰ তেতিয়াৰ প্ৰগতিবাদী মনে নিজকে লাজ দিছিল।



সেইবোৰক উপলব্ধি কৰা হৈছিল। সংবেদনশীল মনেৰে সন্তাপ-গম্ভীৰ ভাষাৰে কেশৱ মহন্তই ব্ৰজেন বৰুৱাক সুঁৱৰিছে। লগতে হেলোজেন দলৰ কথা লেখিছেঃ জুৰ জোনাকৰ দৰে; মতান্তৰে দস্যু শিৰোমণি কেইটামান। হেলোজেন দলে বাটত গোলমাল কৰিছে, কলিকতাত সাম্প্ৰদায়িক ঐক্যৰ গান গাইছে; মিউজিক চোচিয়েল চিঞৰি ভাঙিছে, উত্তৰ কামৰূপৰ গাঁৱে গাঁৱে খুঞ্জৰী বজাই লোকগীতেৰে ৰাজনৈতিক প্ৰপেগাণ্ডা কৰিছে। গান লেখিছে সুৰ দিছে, ক্লাছৰপৰা দেখাদেখিকৈ ওলাই গুচি আহিছে; বজৰুৱাৰ দৰে ঘূৰি ফুৰিছে, অধ্যাপকক অপমান কৰা কাৰণে জাহাজৰ খালাচীৰ লগত হতাহতি কৰিছে! গুৰুতৰ কথা ফাজিলামি কৰি উৰাই দিছে, মানুহৰ ঘৰত নৰীয়া পৰ দিছে, অচিন মানুহৰ মৰাশ পুৰিছে; চাৰিকাপ চাহ নটা মানুহে ভাগ কৰি খাইছে, দোকানৰ চাহ দিয়া মানুহ কেইটাই ব্ৰজেনৰ কাৰণেই আটাই-বোৰকে মাতি ভাত খুৱাইছে। জীৱনৰ দৰেই জটিল অবিশ্লেষনীয় পৰস্পৰ-বিৰোধী ব্ৰজেন বৰুৱাৰ ভৱিষ্যৎ মন সাঁচি দিয়া লেহুকা বয়স এই দলৰ অংশ। যদিও সকলো ব্যাখ্যাই আচলতে আত্মব্যাখ্যা, এই কথাবোৰ ভাবিলেহে ব্ৰজেন বৰুৱা আচল মানুহটোৰ স্বৰূপ কিছু বুজিব পাৰি। আমি আছিলোঁ সংবেদনশীল, চিনিক, গহীন, ফাজিল, উদ্ভণ্ড, বুচিবান—বজবৰুৱা, হুজুগী—সমাজসেৱী। এই কথাবিলাক জানিলেহে ব্ৰজেন বৰুৱাৰ কিছুমান কথা সংগতিপন্ন হয়। কিয় পুৰণা দিনৰ গানৰ কথা সুধিলে ব্ৰজেন বৰুৱা ভিতৰলৈ উঠি গৈছিল, কি কৰিছে বুলি সোধাত যাত্ৰা কৰোঁ দিয়ক বুলি উত্তৰ দিছিল। ব্ৰজেন বৰুৱাই সস্তা প্ৰমোদ পৰিবেশন কৰিছিল, গানৰ কথাখিনি ভাল হলে ভাল গাইছিল; ব্ৰজেন বৰুৱাৰ ছবিত শুনিছোঁ চটুলতা আছে; ঘুমটি যায়োৰে ওৰে কানাই এই গীতটোৰ সুৰ ব্ৰজেন বৰুৱাই বিভোৰ হৈ ভাল গাইছিল। ব্ৰজেন বৰুৱাই ভাল বস্তু ভাল পাইছিল। ব্ৰজেন বৰুৱাই ভাল গান ভাল পাইছিল। কেৱল, ব্ৰজেন বৰুৱাই বুজিছিল যে বৰ্তাৰ কাৰণে কেৱল 'ভাল' বস্তুৱেই যথেষ্ট নহয়। কিন্তু তেনে হোৱা কাৰণে ভাল পোৱা নাছিল বুলি মই জানো। তাকে লেখি থৈ যাব খোজোঁ।

কেশৱ মহন্তই ব্ৰজেনৰ কিছুমান পুৰণা কথাও লেখিছে। তাৰ মাজে মাজে দুই এটা খালি ঠাই পূৰণ কৰিবৰ মন যায়। ১৯৫৪ চনত মাদ্ৰাজৰ আই, পি, টি, এ সম্মিলনলৈ গৈছিল। ৩০ এপ্ৰিলত মোলৈ লেখিছিলঃ জানইতো genuine baker. ভেজাল নাই। জামুগুৰিত ধান বেচিবলৈ গৈছিল। তাৰ কাৰণ সোধাত পেটটো দেখুৱাই দিছিল। তাৰ আগেয়ে এদিন। আবেলি ব্ৰজেন জামুগুৰিলৈ যাবলৈ ওলাই গৈছে। বাটতে আমি পালোঁঃ নালাগে দে আজি যাব। সেই এবাৰ ব্ৰজেন সঁচাকৈয়ে বিৰক্ত হৈছিলঃ ঘৰৰ কোনোবাই দেখিলে কি ভাবিব ক চোন। সিদিনাখন ৰাতি জোৰকৈ ব্ৰজেনক টকৌৰাৰীত ৰাখি থৈ

দিয়া হৈছিল। পিছদিনা নগাঁৱৰ বাছত উঠাবলৈ গৈ প্ৰথম বাৰ বাছত যোৱা মানুহক উপদেশ দিয়া দি সদাই কৈছিলঃ নামিলে কণ্ডাক্টৰক কৈ নামিবি। কাষত বহা কাণ্ডা এটাক গটাই দি কৈছিলঃ দেখো ঠিক কে। নয়া আদমি হ্যায়। এইবাৰ আৰু ব্ৰজেনক ধৰি ৰাখিব পৰা নগল।

গান গালে ব্ৰজেনক কৈছিলোঁঃ তোৰ কমাৰৰ ভাটিটো! প্ৰথম অৰ্কেষ্ট্ৰাটোক সদায়ে উপলুঙা কৰা হৈছিলঃ তোৰ বাৰমহীয়া বেঙেনাটো!

হীৰেন ভট্ট আৰু কেশৱ মহন্তৰ দৰে মোৰ কাৰণেও কোনে ৰাতি বাঁহী বায়—প্ৰত্যেক ৰাতি। কেৱল কেতিয়াবা দিনতে। গোলমালৰ মাজতে তাৰ কমাৰৰ ভাটিটো বাজে। তেতিয়া সকলো শব্দ বন্ধ হয়।



অতুলানন্দ গোস্বামী

## যশস্যাৰ দাম

সিদিনা ব্ৰজেন বৰুৱা হঠাতে ঢুকুৱা বুলি শুনি লৰালৰিকৈ তেওঁৰ ঘৰ পালেগৈ। ঘৰ পাইহে গম পালেগৈ বৰুৱা গোলাঘাটত ঢুকাল। শৱদেহ গুৱাহাটীলৈ আনিব সংকাৰৰ কাৰণে। আচলতে ঘৰৰ মানুহবোৰে যাতে এবাৰ মুখখন দেখে তাৰে ব্যৱস্থা কৰিবলৈ।

বৰ উৎকণ্ঠাৰে আটাইবোৰে ঘনে ঘনে বাটলৈ চাই আছে। খবৰ আহিছিল বাৰমান বজাতহে গোলাঘাট এৰা বুলি। আঙুলি মূৰত লেখি, ইজনে সিজনে গুনাগঠা কৰি অনুমান কৰিলে গধূলি চাৰেছয় বা সাত বজাৰ আগতে শৱদেহ আহি পোৱাৰ কোনো সম্ভাৱনা নাই। তাকো নগাঁৱত স্বৰগমে খবৰ পঠোৱা মতে দেহাত মালা দিয়াত কিমান পলম কৰে অনুমান নকৰাকৈ।

আৰ মুখে তাৰ মুখে খবৰ পাই ঘৰত গোট খোৱা সৰু সৰু লৰা ছোৱালীৰ পৰা বুঢ়ালৈকে বহুতো গুণমুগ্ধ লোকে স্বৰ্গীয় বৰুৱাৰ চোতাল আৰু আগফালৰ খেল পথাৰখন ভৰি পৰিছিল। শৱদেহ আহি পোৱাত পলম হ'ব পাৰে বুলি শুনি কোনো কোনো সেইকণ সময়ৰ বাবে আঁতৰি গৈছিল।

তথাপি ঘৰৰ মানুহবোৰৰ উৎকণ্ঠা চকুত পৰিছিল বাৰে বাৰে বাহিৰলৈ চাই থকা দেখি। 'বৰুৱাৰ দেউতাকৰ মুখৰ মাত নাছিল। কান্দিব নোৱাৰি কাৰণ নোহোৱাকৈ ইজন সিজনৰ মুখলৈ চাই হ'হাঁৰ দৰে কৰিছিল। আটায়ে কোৱা মেলা কৰিছিল ব্ৰজেন বৰুৱাকে বোলে দেউতাকে আটাইতকৈ মৰম কৰিছিল। বাপেকৰ মৰমৰ জোখ থাকে জানো? চকুৰ আগতে গজগজীয়া পুতেক এজনৰ মৃত্যু কিমান অসহনীয় হ'ব পাৰে কথাৰে কোনে বুজাব পাৰিব!

তেখেতও কোঠাৰ পৰা মাজে মাজে ওলাই আহি মাতলগাবলৈ অহা মানুহবোৰক মাতি ফুৰিছিল আৰু ভুলতে হ'লেও একোবাৰ বাটলৈ চাইছিল।

উজান বজাৰৰে ভাস্কৰ নাট্যমন্দিৰৰ লগত লাগি থকা আৰু ওচৰৰে নিউ

আৰ্ট প্লেয়াৰৰ কৰ্মকৰ্তাসকলে প্ৰত্যেকেই নিজৰ বৰ্বীয়াকৈ তেওঁলোকৰ প্ৰিয় ব্ৰজেনদাক শেষ সম্বৰ্ধনা জনাবলৈ উৎকণ্ঠাৰে বাট চাই আছিল আৰু তাৰ মাজতে আনুষ্ঠানিকভাৱে শ্ৰদ্ধা জনাবলৈ অহা বিভিন্ন অনুষ্ঠানত প্ৰতিনিধি সকলৰ লগত দিহা পৰামৰ্শ বিচাৰি ব্যস্ত আছিল।

সেই অকণমান অঞ্চলটোতে গুৱাহাটীত নাট্যামোদী ৰাইজৰ কেন্দ্ৰ আছিল আৰু তাতে নাট্যচৰ্চাৰ পাতনি মেলি এতিয়া বহুতো শিল্পী প্ৰথিতযশা হৈছে। 'বৰুৱাবো মনত নাট্যকলাৰ লগতে সংগীত শিক্ষাৰ প্ৰতি ধাউতি জগাইছিল ভাস্কৰ নাট্যমন্দিৰক কেন্দ্ৰ কৰি গঢ়ি উঠা পৰিবেশে।

স্বাভাৱিকতে সেই অঞ্চলৰ সকলোৰে মনত শোকে খুন্দা মাৰি ধৰিছিল।

শৱদেহ আহি পালে কেনি কেনি লৈ গৈ এটা চকুত লগা শোভাযাত্ৰা হ'ব পাৰে এই চিন্তাৰে কেবাজনেও আলোচনা কৰি আছিল। আৰু কেইজনমানে কেইখনমান গাড়ী লৈ কিছুদূৰ আগবাঢ়ি গৈ শৱযাত্ৰী সকলক আগবঢ়াই আনিবলৈও পাঙিছিল।

ঘৰৰ আগফালে চোতালত আৰেলিতে কোনোবাই ধুনীয়াকৈ বিছনা এখন পাতি থৈছিলহি। এজনে ঘৰৰপৰা চোতাললৈ লাইট এটা নমাই অনাৰ ব্যৱস্থাও কৰিছিল।

গধূলি হৈ অহাৰ লগে লগে মানুহবোৰ আকৌ গোটখাবলৈ ধৰিলে। ক্ৰমে গোটেই খেল পথাৰ লোকাৰণ্য হৈ পৰিল। ক্ষণে ক্ষণে সকলোৰে হাতৰ ঘড়ীলৈ আৰু ডিঙি মেলি মেলি বাটলৈ চাবলৈ ধৰিলে। 'বৰুৱাৰ এজন ভায়েকে গাড়ী এখন লৈ 'বৰুৱাৰ সৰু সৰু লৰাছোৱালী কেইটিক, ওচৰৰে ক'ৰবাত দিনটোৰ বাবে আছিল হ'বলা, লৈ আহিলগৈ। শৱদেহ আহি পালে সিহঁতৰো, যিমানেই অবুজন নহওক লাগে, চাবৰ মন যাব পাৰে!

সময় যিমানে গৈছে সকলোৰে উৎকণ্ঠা সিমানে বাঢ়ি গৈছে। নগাঁৱৰপৰা বোলে পাঁচ বজাতে এৰিলে। সেইদৰে হ'লে বৰ বেছি আঢ়ৈঘণ্টাত পাবহি লাগে। কিন্তু নাপালেহি। বাটত বোধকৰো আন আন অনুষ্ঠানেও শ্ৰদ্ধা নিবেদন কৰিলে আপোন কলা কুশলতাৰে অসমীয়া ৰাইজৰ বুকুৰ মাজলৈ সোমোৱা স্বৰ্গীয় বৰুৱাৰ শৱদেহত।

লাহে লাহে আঠ বাজিল, আৰু আধা ঘণ্টা গ'ল। তাৰো সম্ভৱ দহমিনিট মানৰ পিছত দূৰৰ পৰাই জীপৰ হৰ্ণ শুনা গ'ল। সম্ভৱ ভাৰি থকা বাবেই জীপখনৰ একেৰাহে বজোৱা হৰ্ণটো আমাৰ কাণত এটা আতুৰ, আকুল চিঞৰ যেন লাগিছিল।

আহিছে! আহিছে! বুলি কেউফালে ৰৱ উঠাৰ লগেলগে আগতে আলচি থোৱা মতে আমি কেইজনমানে ভিৰটো ভেটিবলৈ চোতালত পাৰি থোৱা বিচনাখন আগুৰি হাতত ধৰাধৰিকৈ ঠিয় হ'লোহঁক। কিন্তু কেউফালৰ



পৰা ইমানকৈ হেঁচিবলৈ ধৰিলে যে আমি ঠেলা খাই খাই বিচনাখনৰ নিচেই ওচৰ পালোহি। সকলোৰে 'বৰুৱাৰ মুখখন চাবলৈ এটা অদম্য হেঁপাহ দেখিলো। কিন্তু আমাৰ অসহ্য লাগিছিল। ভয় লাগিছিল কেনেবাকৈ পিছৰ পৰা অহা ঠেলাৰ কোবত বিচনাৰ কাষত জ্বলাই থোৱা ধূপ-ধূনা-চাকিৰ ওপৰতে পৰোগৈ বুলি। গৰমত ঘামি কেউজন তেনেই তিতিলোহঁক। সেইদৰে থাকিয়ে পিছলৈ অনুনয়েৰে কাকুতি কৰিলোহঁক সকলোকে কিছু সময় ধৈৰ্য্য ধৰি তেতিয়া বিছনালৈ নমোৱা শৱদেহটো ঘৰৰ মানুহখিনিক চাবলৈ অলপ সুবিধা দিবলৈ। আমাৰ কাকুতি মিনতি নেওচি হেঁচা ক্ৰমে বেছি হৈ যাবলৈ ধৰিলে।

উপায় নাপাই বুধি কৰি আমি এটা বাট উলিয়াই দিলেহি আৰু ৰাইজক কাবৌ কৰিলো শাৰি পাতি পাতি শৱদেহৰ কাষেদি পাৰ হৈ যাবলৈ। দেশৰ ডাঙৰ ডাঙৰ নেতাসকল ঢুকালে পুলিচ মিলিটেৰীৰ সহায়ত, বৰফ ফেনৰ বতাহৰ তলত তেনে কৰা আমি ছবিয়ে-কাগজে দেখিছোহঁক।

কৃষ্টিজগতৰ এইজন ডেকাৰ মৃত্যুও যে ইমান দৰ্শনীয় হ'ব ই মৃতকৰ ভাবে সচাকৈয়ে সৌভাগ্যৰ কথা।

ইতিমধ্যে দুজনমান পুলিচ বিষয়া সোমাই আহি আমাক সহায় কৰি দিলেহি। ইতিমধ্যে উলিয়াই দিয়া বাটেদি মানুহবোৰ যাবলৈ আৰম্ভ কৰিলে। এফালেদি তিৰোতা সকলেও একে সুবিধাৰে শৱদেহলৈ চাই চাই আঁতৰি গুছি গ'ল। বহুতৰে চকুত পানী।

ভিৰ তথাপি কমা নাই। হাতত ধৰি আগুৰি থকা দুই এজন অতিষ্ঠ হৈ উঠিল। সোণকাল কৰক, সোণকাল কৰক বুলি অলপ টানকৈ ক'বলৈ ধৰিলে। তাতে সুবিধা বুজি এই বিষয়া কেইজনৰ দুজনমানে প্ৰায় হাতত ধৰি ধৰি মানুহবোৰ পাৰ কৰি দিলে।

তাৰ মাজতে দুই এজনে ফুলৰ মালা, থোপা, ধূপ, এভাগ জ্বলাই দি যাবলৈ ধৰিলে। কেইজনমান অভিনেতাক দেখিলো শৱদেহটো চুই নমস্কাৰ কৰি যোৱা।

সেইফালে চাই থাকিও মই মনে মনে আশা কৰি আছিলোঁ ঘৰৰ মানুহবোৰক কোনোবাই আগবঢ়াই আনক। গুণগ্ৰাহী লোকৰ আবেগ বিহ্বলতাৰ হেঁচাত, মই ভাবিলোঁ, 'বৰুৱাৰ পৰিবাৰেই হয়তো আহিব নোৱাৰিব 'স্বামীৰ মুখখন এবাৰ শেষবাৰৰ কাৰণে চাই যাবলৈ। কাৰবাৰ হুঁচ হ'ল, তেখেতক ধৰি আনি বিচনাখনৰ কাষৰে থিয় কৰালেহি। হুৰাওবাৰে কান্দিছে বেচেৰীয়ে। কিবা এটা বোধকৰো কৈছে 'বৰুৱাক। কোনেও বুজিব নোৱাৰিলে।

কিন্তু সৰহ-সময় থাকিব নোৱাৰিলে। মনতে ভাবিছিল যদিও আলফুলে সাৱটি ধৰি হেঁপাহ পলুৱাই কান্দিব নোৱাৰিলে ভদ্ৰমহিলাই। কেবাজনে "হ'ব

আৰু, হ'ব আঁহা" বুলি আঁতৰাই লৈ গ'ল। যেন নিজৰ স্বামীৰ মৃতদেহটো চোৱাৰ, চুই চোৱাৰ অধিকাৰটোও সেইসকল সমাজকৰ্মীৰ অনুমতি সাপেক্ষ! মই অলপ সময় আনমনা হৈ পৰিছিলোঁ। আকৌ কাণত পৰিল "হ'ব আৰু হৈৰি! গৈ থাকক!" বুলি বুঢ়া মানুহ এজনক বিষয়া এজনে ঠেলি দিছে। শোকবিহ্বল বুঢ়াৰ মুখত মাত আগৰে পৰা নাছিল। তেতিয়াও চকু দুটা একেথৰে 'বৰুৱাৰ ক'লা পৰি যোৱা মুখখনত। মুখৰ মাত নাই। হাতত বোধকৰো ফুল এপাহ তুলি দিছিল কোনোবাই। মাটিলৈ সৰি পৰিল। ঠেলা খাই পিছলৈ চাই চাই ভদ্ৰলোক মানুহৰ আঁৰ হৈ যাবলৈ ধৰিলে।

কওঁ বুলিও চিঞৰি ক'ব নোৱাৰিলো তেখেতক অলপ সময় ৰ'বলৈ দিয়ক, নহয় যিমান সময় লাগে ৰওক। তেখেত 'বৰুৱাৰ দেউতাক!

মোৰ দৰে আন সকলোৰে মাত হৰিল নে যে মৃতকৰ দেউতাকেও "ৰাজহুৱা স্বাৰ্থ"ৰ খাতিৰত মৃত সন্তানৰ শেষ শয্যাৰ কাষত এখন্তেক ঠিয় হ'ব নোৱাৰিলে! আৰু কোনেও ধৰি তেখেতক ক'ব নোৱাৰিলে—আপুনি নালাগে যাব। অন্ততঃ ঠেলা খাই আঁতৰি যাব নালাগে। বা সেই বিষয়াজনকো তেওঁ সেই মুহূৰ্তৰ পবিত্ৰ কৰ্তব্যত বাধা দিব নোৱাৰিলে!

তাৰ পিছতে বোধকৰো এজনে কৈ উঠিল—"হৈছে আৰু ব'লক! নাট্যমন্দিৰতো বহুত মানুহ বৈ আছে মালা পিন্ধাবলৈ।"

কেবাজনেও আগবাঢ়ি আহি বিচনাখনত ধৰিলেহি। 'হৰি হৰিবোল' ধ্বনি তুলিলে। দুজনমানে বাটৰপৰা "ব্ৰজেন বৰুৱা জিন্দাবাদ" বুলি চিঞৰিলে।

চাওঁতে চাওঁতেই শৰদেহ লৈ বৈ থকা গাড়ীত তোলা হ'ল। মানুহৰ জুমটো ভাগিল। চোতালখন প্ৰায় মুকলিয়ে হৈ পৰিল।

হঠাৎ মোৰ চকুত পৰিল কোনোবা এটা কোঠাৰ খিড়িকী এখনৰে 'বৰুৱাৰ ছয় নে সাত বছৰীয়া ছোৱালীটিয়ে একেথৰে বাহিৰলৈ চাই আছে। কাষতে ভায়েকটো হ'বলা!

সিহঁতক কোনেও হাতত ধৰি লৈ নাহিল বাহিৰলৈ। কাৰো মনতে নেখেলালে গোটেই দিনটো দেউতাকৰ মুখখন কেৱল সিহঁতক দেখুৱাবৰ বাবেই ইমানবোৰ মানুহে ইমানটো আয়োজন কৰিলে! গোটেই দিনটো ঘৰৰ মানুহবোৰে মুহূৰ্ত লেখি লেখি পাৰ কৰি দিলে। সিহঁতে বাপেকক গোলাঘাটলৈ যোৱাৰ আগতেই যি দেখিছিল।

আৰু! আজি ঘৰৰ চোতালৰপৰাই দেউতাকৰ শৰদেহ ইমান আড়ম্বৰেৰে সিহঁতৰ চকুৰ আগৰপৰাই শোভাযাত্ৰাৰ বাবে লৈ যোৱা হ'ল। সকলোৱে চালে, দেখিলে। কেৱল অকন অকন লৰাছোৱালী হালকহে সেই শেষদৃষ্টিৰ পৰা বঞ্চিত কৰা হ'ল। যশস্যাৰ ইমানেই দাম!





## শেষ দেখা

শোভাযাত্ৰাটোত যোগদানকাৰীৰ সংখ্যা ক্ৰমে বাঢ়ি গৈছে। এজন-দুজন, তিনিজন, চাৰিজন, ছজন-সাতজন। প্ৰত্যেক জনেই অসমীয়া সংস্কৃতিৰ ইতিহাসত একোটা অবিস্মৰণীয় অধ্যায় যোগ দিয়ে। নতুন ইতিহাস ৰচনাৰ কাৰণে কাপ-মেলাম যোগাৰ কৰি লয়, কিন্তু তাতেই যৱনিকা নামি আহে। ইতিহাসৰ ৰচক নিজেই ইতিহাস হৈ পৰে—অবিস্মৰণীয় ইতিহাস, কিন্তু বৰ করুণ, বৰ মৰ্মন্তুদ, বৰ ব্যথাদীৰ্ণ।

প্ৰমথেশ বৰুৱা, জ্যোতিপ্ৰসাদ, ৰোহিনী বৰুৱা, পাৰ্বতীপ্ৰসাদ, বিষ্ণুৰাভা, ফণীশৰ্মা, সৰ্বেশ্বৰ আৰু, আৰু তাৰ পিচত—ব্ৰজেন বৰুৱা। প্ৰত্যেকেই একোটা মাইলৰ খুটি,—ওখ চাপৰ উজ্জ্বল, অনুজ্জ্বল, কিন্তু আমাৰ সংস্কৃতিৰ বাজআলিৰ দুয়োপাৰৰ এই মাইলৰ খুটিবোৰৰ কাষত বৈ এবাৰ চকু ফুৰাই নগ'লে আমি আগবাঢ়িব নোৱাৰোঁ। আৰু আমাৰ আছেইবা কি? চাৰিওফালে ক্ষতি আৰু ব্যৰ্থতাৰ ঢাকিব নোৱৰা করুণ ছবি। আমাৰ দৈন্যৰ অন্ত নাই। মৰা ইতিহাসৰ জৰাজীৰ্ণ মুকুট মূৰত পিন্ধি আমি ভূঞাৰ পোৱালী বোলোৱাৰ হাস্যকৰ ভাও দি যাব লাগিছোঁ। অসমক গ্ৰাস কৰি কোনোবাই বৃহত্তৰ বাংলা কৰিব বুলি আস্ফালন কৰি থাকোঁতেই, অসমখন ছিগি-ভাগি, জহি-পমি এক কংকালসাৰ অস্তিত্বলৈ নিশ্চিহ্ন হৈ যোৱাৰ পথত আগবাঢ়িছে।

এই গৰাখহনীয়াৰ বিৰুদ্ধে, নিজ পৰিচয় হেৰুৱাই পেলোৱাৰ গ্লানিৰ বিৰুদ্ধে থিয় দিবৰ কাৰণে যি দুটা এটা স্বপ্নবিলাসী অহোবলীয়াই মূৰ দাঙি কংকাল পোনাই থিয় দিবলৈ কংকালত টঙালী বান্ধি ওলাই আহে, সিয়েই আকস্মিকভাৱে অভাৱনীয়ভাৱে ঢলি পৰে নিষ্ঠুৰ মৰণৰ বুকুত। ৰচিত হয় অপূৰ্ণতাৰ ইতিহাস, সম্ভাৱনাৰ অক্ষম প্ৰশস্তি।

যোৱা দেওবাৰে, আজি দুদিনৰ আগৰ দেওবাৰে পুৱা ৯ বজাত ব্ৰজেন

বৰুৱা নাহৰণিলৈ আহিছিল—সদলবলে, লগত নলীন দুৱৰা আৰু জীৱন বড়া আৰু দাদা আৰু বহুতক লৈ। ফিল্ম ডাইৰেক্টৰ ব্ৰজেন বৰুৱা। আহিছিল কুৰালগুৰিৰ এজাক ছোৱালী—পকা আহুধাননিত ওপজা সোণৰ মাটিৰ সন্ধানত। বতৰ আগাগোমা, আকাশত ডাৱৰ আছিল।

ঘৰৰ আগৰ ফুলনিখনত মই ফুলৰ গুৰিৰ ঘাঁহ-বন চাফা কৰিছিলোঁ।

আমাৰ পদুলিমুৰত গাড়ীখন ৰৈ গ'ল। গাড়ীৰপৰা নামি আহিল হাঁহি-মুৱা ব্ৰজেন বৰুৱা।

মই ফুলনিৰপৰা ওলাই আহিলোঁ। মোৰ দুয়োহাতত মাটি বোকা লাগি আছিল। সেই দুখন হাত আগবঢ়াই ব্ৰজেনক সম্ভাষণ জনাবলৈ ইতস্ততঃ কৰি দুখোজ আগুৱাওঁতেই তেওঁ মোক সাৱটি ধৰিলে।

ক'লে, "এতিয়া নবহোঁ। ঘূৰি আহি বহিম। এতিয়া আপোনালোকৰ নাহৰণি পথাৰলৈ যাওঁ।"

মই আৰু নাবাখিলোঁ, বৰুৱাহঁত গাড়ী লৈ আমাৰ ঘৰৰ দুই ফাৰ্লং নিলগৰ পকা আহুধাননিখনৰ ফালে আগবাঢ়িল। তাতেই চুটিং হ'ব।

ব্ৰজেন বৰুৱাৰ লগত মোৰ চিনাকি আৰু বন্ধুত্ব বহুদিনীয়া। ১৯৪৮ চনত মই ৰেডিঅ'ৰ প্ৰগ্ৰেম এছিষ্টেণ্ট থকা দিনত বৰুৱা আছিল ৰেডিঅ'ৰ শিল্পী-গায়ক। তেওঁৰ ঘৰৰপৰা তেতিয়াৰ ৰেডিঅ' ষ্টেচন দুই মিনিটৰ বাট। বৰুৱাৰ প্ৰগ্ৰেম থাকিলে কাঁটাই কাঁটাই মিলাই ষ্টুডিঅ'লৈ আহে। গানকেইটা গায়, আৰু গুছি যায়। গান গাবলৈ অহা মানুহে কথা পতাৰ কি দৰকাৰ?

ব্ৰজেনে কম কথা কৈছিল—হয়তো চিন্তা কৰিছিল এটি নতুন গানৰ সুৰ, নতুন গীতৰ কথা।

১৯৫৪ চনত তামিলনাদুৰ নাটক কালাগামৰ নিমন্ত্ৰণত আমি ৯৬ জন উত্তৰ ভাৰতীয় লোক শিল্পী দক্ষিণ ভাৰত ভ্ৰমণৰ কাৰণে গৈছিলোঁ। মোৰ লগত আছিল গায়ক ব্ৰজেন বৰুৱা আৰু তেওঁৰ ভায়েক ৰমেন বৰুৱা। (এতিয়া সুপ্ৰতিষ্ঠিত সংগীত পৰিচালক) উদাত্ত কণ্ঠে ব্ৰজেন বৰুৱাই আই, পি, টি, এৰ আৰম্ভণি গীত গায়—

"চাৰে জাহাঁ চে আচ্ছা
হিন্দুস্তাঁ হামাৰা।

ভালেমান দিনৰ সাহচৰ্য্য। সেই একেই নিৰ্ভৰযোগ্য শিল্পী—কিছু উদাস, কিছু নীৰৱ, কিন্তু সদায় প্ৰগ্ৰেম সফল কৰাত অকুণ্ঠ মনোযোগী। ব্ৰজেন তেতিয়া ২৪ বছৰীয়া এজন সুঠাম ডেকা।

ক'ৰবাত হোৱা সংগীতানুষ্ঠানত হঠাৎ ব্ৰজেনক কেতিয়াবা লগ পাই যাওঁ। দিনে দিনে ব্ৰজেন শিল্পী হিচাপে পূৰ্ণতা আয়ত্ত কৰাৰ পথত আগ-



বাঢ়িছে। চকুৱে মুখে এটা প্ৰতিশ্ৰুতি—ব্ৰজেন শিল্পী হ'ব—কেৱল শিল্পী, আন একো নহয়। অসমত শিল্পী হোৱা সহজ, শিল্পী হৈ জীয়াই থকা আটাইতকৈ টান। আমাৰ প্ৰতিভাৱান শিল্পীয়ে চাকৰি কৰে ষ্টেট-ট্ৰেঞ্চপ'ৰ্টৰ কণ্ডাক্টৰ, ৰেলৰ টি, টি, আই, পুলিচৰ এচ, আই, নাইবা কোনো অশিল্পীসুলভ অনুষ্ঠানত। শিল্পীৰ শিল্পীজীৱন কটাবলৈ যত্ন কৰাৰ অন্য নাম আত্মহত্যাৰ পথ লোৱা।

ব্ৰজেন বৰুৱাই সেই পথকে বাছি লৈছিল। যি একা-বেঁকা পথ আগবাঢ়ি-ছিল বহুত সম্ভাৱনা আৰু বহুত অনিশ্চয়তাৰ মাজে মাজে।

"হেই মালিক, চাওঁদিয়ক, চাৰি অনা পইচা দিয়ক—"

"চাৰি অনা নাই যদি, যি আছে তাকে দিয়ক—"

কলিকতাৰ টালিগঞ্জত ব্ৰজেন বৰুৱাৰ মাত। আমি ৰঙা পুলিচ কথাছবি কৰিবৰ কাৰণে তাতে আছোঁ। ব্ৰজেনো আছে কলিকতাতে। নিপ বৰুৱা পৰি-চালক। ব্ৰজেনক চাৰি অনা পইচা লাগে—ট্ৰামৰ ভাড়াৰ কাৰণে।

লাহে লাহে ব্ৰজেন বৰুৱা মুভি কেমেৰাৰ সমুখলৈ আহিল এখোজ-দুখোজকৈ। বৰুৱা হ'ল ছাঁয়া ছবিৰ অভিনেতা। লগে লগে প্ৰচেষ্টা চলাই গ'ল কথাছবি নিৰ্মাণ কৰাৰ ডিৰেক্টৰ হোৱাৰ......

"ডাক্তৰ বেজবৰুৱাৰ" অভাৱনীয় সাফল্যৰ পিচত এদিন ব্ৰজেনৰ এখন চিঠি পাইছিলোঁ,—

......যোৱা ২।৩ মাহৰ ভিতৰত মই ইমান অসমীয়া গল্প-লিখকৰ গল্প পাইছোঁ আৰু পঢ়িছোঁ যে সিমান গল্প মই গোটেই জীৱনতে পঢ়া নাই। অকল গল্পৰ পৰীক্ষা লোৱা হলে কিজানি মই অসমীয়াত এম, এ, পাছ কৰিলোঁ-হে'তেন।

আপুনি এটা কাম কৰক। তিনিখন বেয়া হিন্দী চিনেমা চাওক। তিনিও-খনৰ কাহিনীৰ একোডোখৰ জোৰা দি এটা কাহিনী কৰক আৰু মোলৈ পঠিয়াই দিয়ক। তাৰে মই এখন ধুনীয়া ছবি কৰিম।..."

বিৰক্তিৰ লগত মিহলাই লিখা লঘু ভাৱৰ চিঠি। উত্তৰ দিছিলোঁ। বিভিন্ন লিখকৰ গল্পৰ সমুদ্ৰত ডিৰেক্টৰ ব্ৰজেন বৰুৱা ডিঙিলৈকে ডুব গৈ টেণ্টেলাচৰ দৰে বকবকাই আছিল—চিনেমা কৰিব পৰা এটা উপযুক্ত গল্প বিচাৰি। শেষত ধুই-মচি নিকা কৰি লৈছিল মুকুতা।...

অসমীয়া বাইজে ব্ৰজেনৰ কাৰণে নিঃসংকোচে আগবঢ়াই দিলে সেইখন আসন, যিখন আসন এদিন অধিকাৰ কৰি বহিছিল প্ৰমথেশ বৰুৱাই, জ্যোতিপ্ৰসাদে......

"ওপজা সোণৰ মাটি"ৰ শেষ গানটোৰ পিকচাৰইজেচন কৰা হৈছে আমাৰ গাঁৱৰ এডবা পকা-ধাননি পথাৰত। আহুধাননি পথাৰত পানী আছে।

বৰুৱাৰ পূৰ্বণি জধলা পেণ্টটোৰ পাতলি মোকোটাই লোৱা, ভৰিত জোতা চেণ্ডেল একো নাই। ভৰিত আঠুলৈকে বোকা-পানী।

এদল দাৱনীয়ে ধান দাইছে—হাঁহি নাচি গীত গাইছে। বহল পকা ধাননি পথাৰ। ডেকাহঁতে ডাঙৰী বান্ধিছে, কঢ়িয়াইছে; থৈছে, বৈছে,—আকাশ আৰু পথাৰৰ পেন'ৰমিক ভিউ। কেমেৰামেন নলিন দুৱৰাৰ ভৰিতো আঠুলৈকে বোকা, বতৰ বেয়া, একোজাক বৰষুণ আহিছে হৰহৰ কৰে, আকৌ ফটফটীয়া টান ৰ'দ ওলাইছে।

কিন্তু ব্ৰজেন বৰুৱা দৃঢ়প্ৰতিজ্ঞ, ইয়াতেই আজিয়ে 'ওপজা সোণৰ মাটি'ৰ চুটিং শেষ কৰিব।

নলীনক সুধিলোঁ, "নলীন, বতৰ এনেকুৱা, ফটোবোৰ বেয়া নহয়তো?"

নলীনে আশ্বাসেৰে ক'লে, "সৰহভাগ চুটিং এনে বতৰতে লোৱা হ'ল। বেয়া নহয়।"

ব্ৰজেনক কলোঁ, "আমাৰ দৰ্শকে বাৰু বিশ্বাস কৰিবনে যে এনেকৈ এটা গানৰ পিকচাৰাইজেচন কৰি থাকোঁতেই পাঁচবাৰ বৰষুণ দিয়ে; সাতবাৰ ৰ'দ দিয়ে?"

ব্ৰজেনে মাথোন চমুকৈ কৈছিল—"এৰা—"

ল'ৰা-ছোৱালীবোৰে হেঁচি ধৰিছিল, 'চিনেমা কৰা' চাবৰ কাৰণে। মাজে মাজে সিহঁতক কেমেৰাৰ সমুখৰপৰা আঁতৰোৱেই টান হৈছিল। তেতিয়া কৌতুহলী ল'ৰা-ছোৱালীবোৰক আমনি নকৰি ব্ৰজেনে যিফালে অলপ শূণ্য যেন দেখিছিল সেই ফাললৈকে শিল্পীক নি নলীনক কেমেৰাৰ লেঞ্চ সেইফালে ঘূৰাবলৈ কৈছিল।

ৰ'দ-বৰষুণ, বৰষুণ-ৰ'দ। ল'ৰা-ছোৱালীবোৰৰ ভিৰ। কোনোদিন মুভি কেমেৰাৰ সমুখত থিয় নিদিয়া এজাক ছোৱালী, এদল ডেকা। কোনো মেক-আপ নাই।

দুজনীমান ছোৱালীয়ে চিনেমাত উঠিবলৈ সোণৰ বালা, কাণফুল পিন্ধি আহিছিল। ব্ৰজেনে কলে—'ধান দাবলৈ যাওঁতে জানো এনেকুৱা অলংকাৰ পিন্ধি যায়—সোলোকাই থোৱাহঁক।

ছোৱালী কেইজনীয়ে খম-খমীয়া ইস্ত্ৰী দিয়া মুগাৰ মেখেলা পিন্ধি গৈছিল। ব্ৰজেনে কলে, "অ এতিয়া কি কৰা যায়! এওঁলোক কাবোবাৰ বিয়ালৈহে আহিছে জানিবা।"

ছোৱালীবোৰক তলত পানী থকা ধাননি পথাৰলৈ নমাই দিয়া হ'ল। পানীত তিতি মেখেলাবোৰৰ ইস্ত্ৰীৰ ভাঁজ ভাগিল।

ব্ৰজেন পাৰ্টিকুলাৰ। গানটোৰ দুটা শব্দৰ কাৰণেও একোটা সুকীয়া চট



লৈছে, এটা শাৰীৰ কাৰণেও একোটা সুকীয়া চট। গানৰ পিকচাৰাইজেচন যে কিমান দিগদাৰিৰ কাম।

এটা চট লৈ হোৱাৰ পিচত ব্ৰজেনে হাঁহি আৰু বিৰক্তি মিহলি মাতেৰে মোক কলে—"মালিক চাহাব, আপুনি পলিটিক্স কৰোঁতে এখন আইন কৰিব নোৱাৰেনে, যে কোনো ছবিতে গান থাকিব নোৱাৰিব। গান থাকিলে দহহাজাৰ টকা বা বিশ হাজাৰ টকা ফাইন ভৰিব লাগিব, নহলে এক বছৰ বা দহ বছৰ জেইল হ'ব।"

এইখিনি কথা কোৱাৰ মাজতে ব্ৰজেনে পিচৰ চটটোৰ চিন্তা কৰিছিল মনে মনে। কথাখিনি কৈছিল মুখেৰে। কথাখিনি শেষ কৰিয়ে বৰুৱা নামি গৈছিল ধাননিডৰালৈ শিল্পীখিনিক বেডি কৰি লবৰ কাৰণে।

এজন ডেকা আৰু এজনী গাভৰু। সিফালে এখন বিস্তীৰ্ণ ধাননি পথাৰ, তাৰ সিপাৰে এখন কোমল দুৰণীয়া আকাশ। দুয়োৰে মুখত গান। দুয়ো দুয়োৰে মুখলৈ চায়; লাহে লাহে ছান্দিক ভংগীৰে কুঁজা হয় আৰু দুয়ো ধৰিত্ৰীৰ বুকুৰপৰা আঁজলি ভৰাই তুলি আনে ধাননি পথাৰৰ দুমুঠি সেমেকা মাটি—ওপজা সোণৰ মাটি। ডেকা-গাভৰুৰ মুখত হাঁহি—এই মাটি জীৱনৰ কোলা—জীৱনৰ আধাৰ ভূমি—

নলীনৰ কেমেৰা বাৰে বাৰে বৈ যায়। ব্ৰজেনৰ মনৰ লগত দৃশ্যবিধৰ অভিনয় মিলা নাই। কেইবাবাৰো শিকাই দিবলগীয়া হৈছে। অৱশেষত-ষ্টাৰ্ট-কেমেৰা গান বাজিছে—ওপজা সোণৰ মাটি—এহাল ডেকা-গাভৰু—এখন উদাৰ আকাশ—দুমুঠি মাটি—কাট।

'ওপজা সোণৰ মাটিৰ' চুটিং শেষ।

ব্ৰজেনে আকৌ এটা চিগাৰেট জলালে।

দিনৰ আঢ়ৈ বাজিছে তেতিয়া। ৰাতিপুৱাতে চাহ-জলপান খাই অহা ল'ৰা-ছোৱালী, কলা কুশলীহঁতৰ মুখ পৰিশ্ৰান্ত।

ব্ৰজেনৰ হাতত ধৰি মই কলোঁ, "বৰুৱা নাখাই-নবৈ দেহা পাত কৰি এনেকৈ আৰ্ট কৰিবলৈ থওক। কি লাভ হ'বহে? আমাৰ নিচিনা মানুহ মৰিলে শোক-সভাও নাপাতে। পাতিলেও পিচৰবোৰ মানুহ থিয়ই নহয়। আহক, খোৱা-বোৱা কৰকহি। আঢ়ৈ বাজিল।"

কুলক্ষণীয়া কথা। মৰাৰ কথা, শোকসভাৰ কথা, কিয় কেনেকৈ মোৰ মুখৰ-পৰা ওলাইছিল ক'ব নোৱাৰোঁ। অৱশ্যে ধেমালিতে কৈছিলোঁ।

হাঁহি ব্ৰজেনেও কৈছিল, "এৰা বলক। চুটিং শেষ, এতিয়া খোৱা যাওক।"

গাঁৱৰ ল'ৰা-ছোৱালীবোৰ লাহে লাহে ঘৰাঘৰি গ'ল, ব্ৰজেন আৰু তেওঁৰ দলৰ প্ৰায় ৬০ জন পুৰুষ আমাৰ ঘৰলৈ আহিল।

ব্ৰজেন-নলীনহঁতৰ হাতেভৰিয়ে বোকা। অভিনয় কৰা ল'ৰা-ছোৱালী-বোৰবো।

খোৱা-বোৱা শেষ কৰাৰ পিচত আমাৰ বাট-চ'ৰাতে আমি বহিলোঁ—মই, ব্ৰজেন, নলীন, জীৱন বড়া, প্ৰফুল্ল বড়া আৰু কেইবাজনো। মোৰ মনত পৰিল আজি কিছুদিনৰ আগৰ এটা দিনৰ কথা। মই কলোঁ "এইখন চকীতে বহিছিল ফণীশৰ্মা, এইখনত মই, আমি ইয়াতে বহি চিবাজৰ চুটিং সম্পৰ্কে আলোচনা কৰিছিলোঁ। পিছে ইয়াৰপৰা গৈয়ে ফণীশৰ্মা......"

একে ৰকমৰ পৰিস্থিতিটোৱে মোক ফণীশৰ্মালৈ মনত পেলাই দিছিল। কিন্তু কিয় সেইকথা মই কৈছিলোঁ আজিও ভাবি পোৱা নাই।

আমি অন্যান্য বহুত কথা পাতিলোঁ। সাংবাদিক সাহিত্যিক আমাৰ প্ৰফুল্ল বড়ায়ো বৰুৱাক কিছু কথা সুধিলে, বৰুৱাই উত্তৰ দিলে।

"ইয়াৰ পিচত কি ছবি কৰিব?" মই সুধিলোঁ।

"আপুনিতো গল্প নিদিলে, দিয়কনা গল্প এটা—" বৰুৱাই কলে।

"কিন্তু, অসমীয়া দৰ্শকে কি ভাল পায়, তেওঁলোকে কি বিচাৰে মই সঠিক আজিও বুজিব পৰা নাই" মই কলোঁ।

তেওঁ জোৰেৰে কলে "অসমীয়া দৰ্শকে কি বিচাৰে কি ভাল পায় ময়ো আজিও বুজিব নোৱাৰিলোঁ, ডক্টৰ বেজবৰুৱাতকৈ এখন বেয়া ছবিৰ কথা আপুনি ভাবিব পাৰেনে? আজি-কালিৰ দিনত কাষত কলহ লৈ দল বান্ধি গাভৰু ছোৱালীয়ে ক'ত পানী আনিবলৈ যায়? আকৌ সিহঁতৰ মাজত ওলালগৈ নিপন। আৰম্ভ কৰিলে সেইবোৰ বান্দৰামি ক'ববাত সম্ভৱনে? মই জানিবা গাঁৱলীয়া মানুহ দুটাই খেদি অহা দেখুৱাই শেষ ৰক্ষা কৰিলোঁ। সম্পূৰ্ণ এবচাৰ্ড কথা। অথচ সেইটোৱেই হ'ল হিট।

আৰু ডক্টৰ বেজবৰুৱাই ভেশচন কৰি পঁচিশ বছৰ ডিব্ৰুগড়তে সোমাই থাকে, অথচ কোনেও একো নাভাবে। ইয়াতকৈ এবচাৰ্ড আৰু কিবা হ'ব পাৰেনে? অথচ এই এবচাৰ্ড ছবিখনে লাখ লাখ টকা ঘটিলে।

মোৰ দুটা ইচ্ছা আছিল—এখন বেয়া থিয়েটাৰ কৰা, আৰু এখন বেয়া ছবি কৰা। দুয়োটা কৰা হ'ল। ডক্টৰ বেজবৰুৱা স্ক্ৰিপ্টখন মই ছবছৰে কৰিছিলোঁ।

নিজৰ সম্পৰ্কে ইমান নিষ্ঠুৰ আৰু কঠিন মন্তব্য অতি কম ডিৰেক্টৰে বা চিত্ৰনাট্য ৰচকে দিব পাৰে।

ব্ৰজেনৰ মাতত অসন্তুষ্টি স্পষ্টভাৱে প্ৰকাশ পাইছিল।

মই সুধিলোঁ, "আপুনিতো বহুত ছবি কৰিলে, ভাগৰ লগা নাইনে বৰুৱা?"

বৰুৱাই কলে, "আপুনিতো জানে এখন ছবি সম্পূৰ্ণ কৰাটো কিমান কষ্টকৰ কথা। গানৰ পিকচাৰাইজেচনৰ কথাকে ধৰক—এবচাৰ্ড নহয় জানো?



ধান দাওঁতে গাভৰু ছোৱালীয়ে দল বান্ধি ক'ববাত গান গায় নেকি, নাচে নেকি? অথচ গান দিবই লাগিব, গান পিকচাৰাইজ কৰিবই লাগিব, এবচাৰ্ড নহয় জানো?

এনেকুৱা এবচাৰ্ড কামবোৰ কৰি কেতিয়াবা ভাগৰ নলগা নহয়, কিন্তু এখন ছবি শেষ কৰি হলে আন এখন নতুন ছবি কৰিবৰ কাৰণে মনটো উদ্বাউল হয়। ভাগৰ পাহৰি যাওঁ।" বৰুৱা শ্ৰান্ত হৈ পৰিছিল কাৰণেই মই বৰুৱাক ভাগৰ লগাৰ কথা সুধিছিলোঁ।

মই ভিতৰলৈ গলোঁ, আৰু মোৰ টেপ ৰেকৰ্ডাৰটো আনি বৰুৱাৰ সমুখৰ আমাৰ মাজৰ মেজখনৰ ওপৰত থলোঁ। ভাবিছিলোঁ কিবা গান এটি বৰুৱাৰ মুখৰপৰা ৰেকৰ্ড কৰি থওঁ, নাইবা বৰুৱাৰ কিবা কথা দুআষাৰমানকে ৰেকৰ্ড কৰি ৰাখোঁ।

কিন্তু বৰুৱাৰ মুখলৈ চাই তেওঁক বৰ পৰিশ্ৰান্ত যেন দেখিলোঁ। তেওঁৰ কথা, গান ৰেকৰ্ড কৰাৰ পৰিবৰ্তে মই কিছুদিন আগতে ৰেকৰ্ড কৰি থোৱা আমাৰ গাঁৱৰ সৰু ল'ৰা এটাৰ গান দুটাকে বজাব ধৰিলোঁ।

ভলিউম বেচি হৈছিল, বৰুৱাই নিজেই ভলিউম কমাই দিলে। মই আৰু বৰুৱাৰ কণ্ঠস্বৰ ৰেকৰ্ড নকৰিলোঁ, এতিয়া আক্ষেপ হৈছে। হয়তো বৰুৱাৰ শেষ গীতৰ দুটা শাৰী মোৰ ৰেকৰ্ডাৰটোৰ বুকুত চিৰ-জাগ্ৰত হৈ শুই থাকিল-হেঁতেন মোৰ কাৰণে এক দুৰ্লভ সম্পদ হৈ, কৰা নহ'ল।

আৰু বহুত কথা পাতিলোঁ। 'ওপজা সোণৰ মাটিৰ' প্ৰযোজক জীৱন বড়া, কেমেৰামেন নলীন দুৱৰা, ইউনিটৰ অন্যান্য মানুহ সকলোৰে মাজত বহি আমি তেনেই ইনফৰ্মেল কথাবোৰ পাতিছিলোঁ।

ফণীশৰ্মাৰ কথা এষাৰৰ পুনৰুক্তি বৰুৱাৰ মুখতো শুনিলোঁ "চিনেমাত যিমানে বেচিকৈ কন্দুৱাব পাৰে, অসমীয়া মানুহে সিমানে ভাল পায়। প্ৰশ্ন হৈছে আপুনি কেইগেলান চকুপানী দৰ্শকৰ চকুৰপৰা উলিয়াব পাৰিলে।"

ভিতৰত বিচাৰি মই মোৰ তিনিখন সৰু উপন্যাস বৰুৱাক দিলোঁ—ত্ৰিশূল, অগ্নিগৰ্ভা আৰু জয়া মণিকা ইত্যাদি।

"আৰু কিতাপ মোৰ হাতত নাই—এই কেইখনকে পঢ় চাওঁকগৈ।"

বৰুৱাই কিতাপকেইখন হাতত লৈ পাত লুটিয়াই চকু ফুৰাই গ'ল।

নাহৰণি সমাজবাদী যুৱক সমাজৰ তৰফৰপৰা তেওঁলোকৰ নিজা ক্লাৱত সামান্য সম্বৰ্ধনা জনোৱাৰ আয়োজন কৰিছিল। তেওঁলোকে নিবলৈ আহিল।

বৰুৱা যাবলৈ সাজু হ'ল। কিন্তু ভৰি শুদা। আৰু পেণ্ট সেই বোকা লগাটোৱেই।

"আপোনাৰ চেণ্ডেল, বৰুৱা?" মই সুধিলোঁ।

"গাড়ীত থাকিব পায়—"—বৰুৱাই কলে।

শন্দা ভাবিবেই ক্লাৱৰ সম্বৰ্ধনা লবলৈ বৰুৱা ওলাই আহিল। নলীন, প্ৰফুল্ল দাবাহ'তো আহিল। মই গাইড।

যাওঁতে মটৰেৰে গলোঁ। কিন্তু ক্লাৱৰপৰা ঘূৰি আহোঁতে তেওঁ শন্দা ভৰিৰে খোজ কাঢ়িয়ে আহিল। আমাৰ গাঁৱৰ মাটিখিনি গচকি যেন তেওঁ এটা তৃপ্তি পাইছিল।

আকৌ আমাৰ ঘৰত বহি ভালেমান পৰ আমি বিভিন্ন কথা-বতৰা পাতিলোঁ। বৰুৱাৰ মনটো তেতিয়া বৰ প্ৰফুল্ল।

অৱশেষত বৰুৱাই যাবলৈ বিদায় ললে। মই আৰু আমাৰ ঘৰত থকা সকলে বিদায় দিলোঁ। মটৰৰ পিচৰ চীটত বহি মই দিয়া মোৰ কিতাপ-কেইখনেৰেই বিদায় নমস্কাৰ জনাই বৰুৱাই কলে—"যাওঁ দেই থাকিব।"

গাড়ীখন আমাৰ চোতালৰপৰা পদূলিয়েদি ওলাই গ'ল। আমি তাতে থিয় দি থাকিলোঁ।

মাজত দুটা দিন-সোম আৰু মঙ্গল। আজি বুধবাৰ। মই আৰু বিপিন দত্ত গোলাঘাটৰপৰা ঘূৰি আহিছোঁ। ব্ৰজেনক আমি নাপালোঁগৈ এক বজাতে ব্ৰজেনক গুৱাহাটীৰ ঘৰলৈ নিলেগৈ, আমাৰপৰা বিদায় লোৱাৰ মাত্ৰ দুদিন আগতে ব্ৰজেনক এনেকৈ মোৰ নিজা ঘৰতে লগ পাম বুলি কাহানিও ভবা নাছিলোঁ, আৰু ভবা নাছিলোঁ যে মই দিয়া, উপন্যাস তিনিখন পঢ়ি শেষ নৌ কৰোঁতেই তেওঁৰ অপূৰ্ণ স্বপনবোৰৰ লগতে তেওঁৰ প্ৰাণহীন দেহাটো কঢ়িয়াই নিয়া জীপখনতে কিতাপকেইখন পঠিয়াই দিব লাগিব। প্ৰমথেশ বৰুৱা মৰোঁতে মই দুখ কৰিছিলোঁ, জ্যোতিপ্ৰসাদ মৰোঁতে মই মৰ্মদাহী আঘাত পাইছিলোঁ, কিন্তু বিষ্ণুৰাভা আৰু ফণী মৰোঁতে মই নীৰৱে কান্দিছিলোঁ আৰু আজি ব্ৰজেন বৰুৱাৰ মৃত্যুত মই কান্দিবও নোৱৰা হৈছোঁ। মোৰ অসহায় আৰু নিষ্ফল কান্দোনেৰে মই ব্ৰজেনৰ মৃত্যুৰ মহানতাক সৰু কৰিবলৈ নিবিচাৰোঁ।

বাৰে বাৰে মোৰ কাণত বাজিছে ব্ৰজেনৰ শেষ কথাষাৰ—"যাওঁ দেই"—এই শব্দ দুটা আমাৰ ঘৰৰ আগৰ দেৱদাৰু পদূলিকেইটাৰ পাতত লাগি আছে—সিহ'তৰ প্ৰতিটো ক'পনিয়ে ব্ৰজেনৰ কথা মোৰ মনত পেলাইছে, মনত পেলাই থাকিব।

মোৰ খুব কান্দিবৰ মন গৈছে, কিন্তু মই কান্দিব পৰা নাই। অসমৰ আকাশখনৰ বোবা কান্দোন মোৰ কাণত পৰিছে।

গুৱাহাটীত এতিয়া কি হৈছে ভাবিলৈকে মোৰ ভয় লাগিছে। বাতিটো বৰ জয়াৰ জয়াৰ লাগিছে।





বজ্ৰপাত

আকাশৰ পাৰ ভাঙি নামে
জোনাকৰ ঢল.........
*
লক্ষ বীৰৰ শোণিত-সিক্ত মুক্তি-পতাকা মোৰ
শংকা-বিহীন মৃত্যু-বিজয়ী প্ৰাণ......
*
হিন্দু-মুছলমান
বৈ যায় সৌ বিজয়-ৰথ
বৈ যায় বৈ যায়......

সুৰ-তৰঙ্গৰ কোলাত আন্দোলিত এই গীত কেইটিৰ কথাই আজিও মোৰ বুকুৰ পাৰত খলকনি তুলি যায়।

এই গীতৰ কথাভাগ মোৰ আদৰ্শ কবি আৰু গীতিকাৰ মিতভাষী অজিত-মল্ল বৰুৱাৰ। কথা ভাগক সুৰেৰে প্ৰাণময় কৰি তুলিছিল ব্ৰজেন বৰুৱাই। সেই ব্ৰজেন বৰুৱাৰ কথা! সেই ব্ৰজেন বৰুৱা যি আপোন কৰ্ম-স্ৰোতৰ বুকুতে বুকু দি লীন গ'ল। ব্ৰজেন বৰুৱাৰ বিষয়ে লিখাতে অলপ অসুবিধা আছে। সি গৈ মোৰে আত্ম-জীৱনী হৈ যাব পাৰে। তথাপি, লিখিবই লাগিল যেতিয়া, লিখিবলৈ ওলাইছো। মঞ্চত মোক দেখা পালে যাতে পাঠকে এটা পৰিপূৰক সৰু পাৰ্শ্ব-চৰিত্ৰ বুলিয়েই ভাবে।

॥ কটন কলেজত ॥

গাৱঁৰ হাইস্কুলৰ পৰা নগৰৰ কলেজত নাম লগাইছোহি। কটন কলেজৰ আকৰ্ষণ তেতিয়াও ম্লান হোৱা নাই, বিশেষকৈ আমি গাৱঁলীয়া লৰাবোৰৰ

কাৰণে। কলেজৰ চৌলত সোমায়েই সেয়ে প্ৰথম বছৰটো আছিলো ইয়াৰ অদৃশ্য-পূৰ্ব বিচিত্ৰতাৰ এক অবাক দৰ্শক। এনে এটা মানসিক অৱস্থাতেই মোতকৈ ওপৰ-শ্ৰেণীত পঢ়া জনদিয়েক সুদৰ্শন ছাত্ৰৰ চলন-ফুৰণে মোক আকৰ্ষণ কৰে।

নিউ আৰ্টছ্ বিল্ডিঙৰ সন্মুখৰ বৰ-আলিটোত ৪-৫ জনমান লৰাক সদায়েই একোটা সময়ত জুম পাতি থকা দেখোঁ। কিবাকিবি কথা পাতে। মিচিক-মাচাক হাঁহে। আঁতৰৰ পৰা বাতিৰ জুই খোঁদ লাভ নাই। কলেজখনৰ চৌলৰ অ'ত-ত'ত অনেক জুম। ক'ৰবাত বাহু-দাঙি তৰ্কা-তৰ্কি হৈছেঃ ৰাজনীতি। ক'ৰবাত সাহিত্যক কেন্দ্ৰ কৰি তপত আলোচনা। কলেজৰ পদূলিত এটা জুমেৰা সহ-পাঠিনীক বিৰক্ত কৰিছে—গগণধ্বনীয়া কণ্ঠেৰে। নিজৰ চেঙেলীয়া অভিজ্ঞতালৈ মনত পৰিছিল, বিহু-গীতৰ সেই কথাফাকিলৈ— 'বাটত পালে তোমাক জোকাম'। চিঞৰ-বাখৰ বেয়া পালেও এই ধেমালিৰ মৰ্মৰ লগত নিজৰ একাত্মতা গোপনে স্থাপন কৰি সুখ পাইছিলো। কিন্তু মনটো এইবোৰত একেবাৰে বহা নাছিল; মন টান খাইছিল আন এটা জুমলৈ—যিটো জুম এই উত্তপ্ত পৰিৱেশৰ পটভূমিত আছিল জোনৰ জুৰ পোহৰ। কোন এই কেইজন যুৱক! কাষ চাপোঁ, সিমানটো সাহো বুকুত গোটাব পৰা নাছিলো। সমনীয়া আক-তাক সুধি জানিব পাৰিলো, এই জুমটোৰ ডেকা কেইজন হ'ল— সদা মৰল, অজিতমল্ল বৰুৱা, যতীন দেৱ, ব্ৰজেন বৰুৱা......ইত্যাদি। দলটোৰ এটা নামো আছে হেনোঃ হেল'জেন গ্ৰুপ। দলটোৰ প্ৰধান লক্ষণ হ'ল, মিতভাষিতা আৰু আত্মপ্ৰচাৰ-বিমুখিতা। বেয়া নালাগিল। গতিকে দূৰৰ পৰাই এওঁলোকৰ কাষ চাপিলোঁ। এওঁলোকৰ কাৰ্যাৱলীৰ গম ললো। তেতিয়াই গম পালো, জোৰণিতে উনুকিওৱা গীত কেইটিৰ ৰচয়িতা অজিতমল্ল বৰুৱা, সুৰকাৰ আৰু কণ্ঠ শিল্পী ব্ৰজেন বৰুৱা। কলেজৰ বিচিত্ৰানুষ্ঠানত বিশেষকৈ সংগীতানুষ্ঠানত এই দলটোৰ ব্ৰজেন বৰুৱা অপৰিহাৰ্য।

প্ৰথমতে ৰাজনৈতিক-তীব্ৰ-বিৰোধী সদা মৰল পিচলৈ আমাৰ সহযোদ্ধা হৈছিল। সদাৰ মুখেই জানিছিলো অজিতমল্ল বৰুৱাৰ ৰচনা 'হিন্দু-মুছলমান' শীৰ্ষক গীতটি ১৯৪৪ চনত কলিকতাত বহা নিখিল ভাৰত ছাত্ৰ ফেডাৰেচনৰ (তেতিয়াও অবিভক্ত) অধিবেশনত সুৰকাৰ ব্ৰজেন বৰুৱাৰ পৰিচালনাত পৰিৱেশিত হৈছিল। গীতটিয়ে হেনো ভাৰতীয় ছাত্ৰ-সমাজৰ ভূয়সী-প্ৰশংসা অৰ্জন কৰিছিল। এইজনা গীতিকাৰ অজিতমল্লৰ কবিতাই পঢ়া-কালত আমাক ৰসাপ্লুত কৰিছিল। কলেজৰ সুকুমাৰ কলা প্ৰতিযোগিতাত কবিতাত প্ৰথম পুৰস্কাৰ লাভ কৰা অজিতমল্লৰ কবিতা 'তীখা' আজিও মোৰ মনত তীক্ষ্ন আৰু মামৰে-নধৰা হৈ আছে। এইখন জুহালতে গঢ় লোৱা ব্ৰজেন বৰুৱাৰ শিল্প-কৰ্মৰ প্ৰতি ঐকান্তিক-নিষ্ঠাত আশ্চৰ্যৰ একো নাই।

জীৱিকাই জীৱনক বিচিত্ৰ ঠাইত স্থাপন কৰে। ছাত্ৰ জীৱনত আৰ্জিত



সান্নিধ্যৰ দৈহিক-জৰী ছিগি যায়। আনকি বহু বছৰৰ মূৰত দেখা-দেখি হলেও পাৰিবেশিক সাক্ষ্য স্মৰণ কৰিহে ছিন্ন-অতীতক জোৰা লগাব পাৰি। কিন্তু এনে কিছুমান সান্নিধ্য আছে যাক শাৰীৰিক দূৰত্বই দূৰ কৰিব নোৱাৰে। ইয়াৰ এনাজৰী জীৱন-জোৰা। হেল'জেন গ্ৰুপৰ সান্নিধ্য বোধকৰোঁ এই জাতৰ। বন্ধুৰ মৃতদেহলৈ পিঠি দি নিজকে লুকুৱাব খুজিও যতীন দেৱ ব্যৰ্থকাম হয়, তেওঁৰ চকুহাল ৰঙা আৰু ডাঙৰ, তেওঁৰ নিৰ্বাক মুখ মণ্ডলত অপ্ৰকাশৰ বেদনা থক-থককৈ কঁপিবলৈ ধৰে। হাঁহিৰে চকুলো উৰুৱাই দিব পৰা সদা মৰলৰ মনটো জুৱলি উঠে—যাঃ ছালা। এই দলৰ প্ৰবাসী বন্ধুৰ বাতৰি নাপাওঁ।

*

ব্ৰজেনক এইদৰে পায়। ব্ৰজেন এইদৰেই হেৰাই যায়। মানুহ চুকায়। ব্ৰজেন নুচুকুৱাকৈয়ে নাইকিয়া হয়। বজ্ৰপাত হয়। বজ্ৰপাত এইদৰেই হয়!

*

কলেজীয়া কালত ব্ৰজেন বৰুৱাহ'তৰ পাৰে পাৰে ঘূৰি ফুৰা মোৰ কাষ চাপি হঠাৎ এদিন মই কব নোৱৰাকৈয়ে ব্ৰজেন বৰুৱাই মোৰ কান্ধত হাতখন থৈছিলাহি। উভতি চাইছিলো। ব্ৰজেন বৰুৱা! হেল'জেন গ্ৰুপৰ ব্ৰজেন!! গাটো জিকাৰ খাই গৈছিল। আনন্দত।

॥ জামুগুৰিহাটত ॥

১৯৪৮ চনৰ পৰা ১৯৫২ চনৰ আগছোৱালৈ —এই সময়খিনিত বাহিৰৰ সমাজখন দেখাৰ পৰা বঞ্চিত হৈ থাকিব লগীয়া হৈছিলো। গতিকে, কলেজ এৰাৰ পিচৰ ৪ বছৰ ব্ৰজেন বৰুৱাৰ লগ পোৱা নাই।

১৯৫২ চনত অনেক প্ৰবন্ধে সহকাৰী শিক্ষকৰ কাম এটা যোগাৰ কৰিছিলো জামুগুৰি হাইস্কুলত। এই শিক্ষকতাৰ কালছোৱাত হঠাৎ এদিন ব্ৰজেন বৰুৱাৰে দেখা। হঠাৎ জামুগুৰি গাৱ'ত গুৱাহাটী নগৰৰ ব্ৰজেন বৰুৱা! কিয়? এওঁলোকক বুজিব নোৱাৰি। কাম কৰিলে নীৰৱেই কৰে। নুলুকুৱায়ো, নজনায়ো। সুধিলে সহজ-বিনয়েৰে কয়, নুসুধিলে একো নকয়। ভাবিলো সুৰৰ সন্ধানত আহিছে। কাৰণ, ইতিমধ্যে জামুগুৰিৰ বিহু গীত আৰু বিহু নাচ অসমত সদাৰি হৈছে। এইদৰে গুণা-গথা কৰি থাকোঁতেই ব্ৰজেন বৰুৱা আহি মোৰ ওচৰ পাইছেহি। ওচৰ চাপি তেওঁৰ স্বকীয় ভংগীৰে হাত এখন মোৰ কান্ধত থৈ সুধিলে,—কেনে চলিছে। প্ৰাথমিক আগ্ৰহ নিষ্ক্ৰান্ত হোৱাৰ পিচত ঘাই কথাত সোমাই দেখিলো, গান বিচাৰি অহা নই, ব্ৰজেন বৰুৱা আহিছে ধান বিচাৰি। তালুৰ পৰা তলুৱালৈকে এটা বিৰাট 'আৰে'! যেন লাগি গ'ল মোক নিজকে! বৰুৱাই হাঁহি হাঁহি নিজৰ পেটটোলৈ দেখুৱাই দিলে। এই সমাজৰ

জীৱন আৰু জীৱিকাৰ যুঁজত তেনেহলে ময়েই অকল বলি নহওঁ! হৰ্ষ আৰু বিষাদৰ এটা অদ্ভুত সম্মিলনৰ বুকুত ওপজা এক বিশাল-আনন্দই ব্ৰজেন বৰুৱাক মোৰ নিচেই কাষ চপাই আনিলে।

ইয়াৰ পিচত বৰুৱাক প্ৰায়ে লগ পাবলৈ ললো। এদিন বৰুৱাই এনে ধৰণৰ এষাৰ কথা কলেঃ গান লিখিব লাগে নহয়, মাষ্টৰ বাবু হৈ থাকিলেই হব জানো? শিক্ষকতা কৰি থাকোঁতে অৱশ্যে গান-টান আদিও নকৰাকৈ থকা নাছিলো। তাতে গাৱঁৰ হাইস্কুলৰ মাষ্টৰ—তেওঁ নজনা বিষয় একো নাই। আনকি জীৱনত খেলমাটি কদাচিতহে দেখা লোকো অৱস্থাৰ ফেৰত মাষ্টৰ হলে—তেওঁ খেলৰ বিষয়েও মন্তব্য দি ছাত্ৰক অবাক-বিস্ময়াভিভূত কৰি দিব পাৰে! আৰু মইতো গানৰ নামত আখৰ দুই-চাৰিটা লিখাৰ চেষ্টা কৰোঁৱেই। গতিকে, হাইস্কুলৰ বাৰ্ষিক অধিবেশনৰ সংগীতানুষ্ঠানলৈ লিখা গীতিআলেখ্যৰ গীত এটা বৰুৱাক দেখুৱালো! "অ' আই, আমাৰ কপালতে"। বৰুৱাই পঢ়ি চাই গীতটো ভাল হৈছে, পিচত কামত লাগিব কৰবাত, এতিয়া ডাঙৰৰ কাৰণেহে গীত এটা লাগে বুলি মোক তেনে এটা গীতৰ কাৰণে পেৰিবলৈ ধৰিলে। কিন্তু সেই গীত লিখা নহ'ল। বৰুৱাৰ সেই গীত লিখি দিলে এতিয়াৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়াৰ অধ্যাপক ডক্টৰ কেশৱানন্দ দেৱ গোস্বামীয়েঃ "আই অ' নেকান্দিবি"। ব্ৰজেন বৰুৱা আনন্দত উদ্ৰাৱল। এইহে গীত। মোক কলে। আপোনাৰ দ্বাৰা নহব। নহ'ল। নহবও হয়তো। ভাবিলো। নিজৰ পৰাজয় মানি লৈ কেশৱানন্দৰ গীতটি সুৰত শুনিলো। সঁচায়ে সুন্দৰ! ব্ৰজেন বৰুৱাৰ সুৰৰ ঢৌত কথাৰ কি লাস্য!

বিচৰা গীত লিখি দিব নোৱাৰি বৰুৱাক হতাশ কৰিব নোৱাৰিলো। বৰুৱা মোৰ তালৈ আহিয়ে থাকিল। মোক যাতে আকৌ অনুৰোধ কৰাৰ সুবুঙা নাপায়, আংশিক এই কাৰণে, আৰু বৰুৱাৰ সুৰাৰোপিত তাহানিৰ সেই গীত কেইটা বাৰে বাৰে শুনিবলৈ হেঁপাহ, আংশিক এই কাৰণেও— বৰুৱা আহিলেই স্কুলৰ হাৰমনিয়মটো আগবঢ়াই দি গাবলৈ খুব ব্যস্তভাৱে খাটিবলৈ আৰম্ভ কৰি দিওঁ। বৰুৱাই গাই যায়। শুনি তন্ময় হওঁ। কিন্তু একোবাৰত বৰুৱা বিৰক্ত হৈ উঠি এই ধৰণে কয়, শুনাকে কিমান শুনেহে! মোৰ গলাওতো নাই! কিন্তু গলাৰ মোৰ দৰকাৰ নাছিল, বুকু দি গীত গাই কথাৰ মৰ্ম বৰুৱাই যিদৰে সুৰেৰে কল্লোলময় কৰি তোলে, তাত আৰু লতা মুঙ্গেশকাৰক বিচাৰটো উপবুৱা বিলাস মাত্ৰ। ব্ৰজেন বৰুৱাই নিজৰ সুৰত গান গালে সুৰ আৰু ব্ৰজেন একে যেন লাগিছিল। সৃষ্টিৰ সময়খিনিত ব্ৰজেন বৰুৱাক অলপ-আগৰ ব্ৰজেন বৰুৱা যেন নালাগিছিল; অথচ এই নতুন ব্ৰজেনত কোনো অস্বাভাৱিকতাও নাছিল। জীৱনত সহজ সাধাৰণ মাজৰ অসাধাৰণ ব্ৰজেন বৰুৱা সৃষ্টিতো সাধাৰণৰ মাজৰ অসাধাৰণ আছিল। ব্ৰজেন বৰুৱাৰ সুৰত কেইটামান কথা চকুত



পৰিছিল—(১) চিনাকিৰ পৰা অচিনাকিলৈ শ্ৰোতাক অৱলীলাক্ৰমে লৈ যোৱা সুৰক্ৰম। (২) থলুৱা সুৰত খোপনি; থলুৱা অৰ্থত বৰুৱাই চিৰায়ত আৰু লোকায়ত—দুই ধাৰাকেই সামৰি লৈছিল। (৩) পাশ্চাত্য-সংগীতৰ ক্ষেত্ৰত অস্পৃশ্যতা বৰ্জন। (৪) অতীতৰ গ্ৰহণীয়খিনিৰে বৰ্তমানৰ সৃষ্টি আৰু বৰ্তমানত ভৱিষ্যতৰ সম্ভাৱনা দান। একো একোটা গীতৰ বিষয়ে তেওঁ ভৱিষ্যদ্বাণী কৰিছিল—গীতটো সহজে নমৰিব। এনে গীতত তেওঁ ওপৰৰ শেষোক্ত গুণ থকা বুলি ভাবিছিল।

কৈছোৱেই, সৃষ্টিৰ সময়ত ব্ৰজেন আৰু সৃষ্টি এক হৈ যায়। এবাৰ স্থানীয় ৰংগমঞ্চত প্ৰদৰ্শনৰ কাৰণে এখনি নাটৰ আখৰা চলিছে। বিভিন্ন ভাৱৰীয়াক বুলন (ষ্টেপিং) শিকাইছে বৰুৱাই। এজন বৰুৱাৰে সমবয়সী স্থানীয় বিখ্যাত অভিনেতাই এটা জটিল-বুলনত বাৰে বাৰে ভুল কৰিছে। বৰুৱাই বন্ধুজনক তেতিয়া নাটকৰ আখৰা লোৱা ভাৱৰীয়াৰ ৰূপতহে দেখিছিল। ভুল শুধৰাব নোৱাৰি নিৰ্দেশক বৰুৱাই অভিনেতা গৰাকীক শাৰীৰিকভাৱেই আঘাত কৰি দিছিল। পিচত অৱশ্যে সকাতৰে ক্ষমা প্ৰাৰ্থনা কৰিছিল। বন্ধু ক্ষুণ্ণ হবতো পৰা নাছিলেই, বৰং পিচৰ কালত তেওঁলোকৰ বন্ধুত্ব গাঢ়তৰহে হৈছিল।

তাৰ পিচত এদিন শুনিলো, ব্ৰজেন বৰুৱাই ধান সংগ্ৰহ বিষয়াৰ বাব বিসৰ্জন দি জামুগুৰি এৰিলে। ধান সংগ্ৰহৰ গ্ৰহটোৱে গিলি থোৱা গানৰ জোনটো গ্ৰহৰ এমুখে সোমাই খন্তেকৰ পিচতে ইমুখে ওলাই গ'ল। ব্ৰজেন বৰুৱা গুচি অহাৰ পিচত জামুগুৰিৰ গান-বলিয়া ডেকাগাভৰুৰ বিৰিণা-মনবোৰ অলপ দিনলৈ তলমুৱা হৈ থাকিল!

## ॥ গুৱাহাটীত ॥

১৯৫৪ চন। দীঘলী পুখুৰীৰ পাৰত ব্ৰজেন বৰুৱাৰে হঠাৎ দেখা-দেখি। 'লগ পাব লগা আছে' ধৰণৰ কথা এষাৰেৰে বাঙ্ময় মৌনতা ভাঙি ব্ৰজেন বৰুৱাই মোৰ খবৰ সুধিলে। কলোঁ, খবৰ আৰু কি হব, চৰণীয়া গৰু বাটে বাটে ঘাঁহ। জামুগুৰিৰ ঘাঁহ টকলাকৈ খাই উদং কৰি আহিলোনে কি বুলি সোধাত কলো, উদং পথাৰৰ ধানবোৰ আধা খাই পলাব পাৰি, কিন্তু ঘাঁহ শেষ কৰি অহাই ভাল। আকৌ গজিব। 'আকৌ গজিব' কথাষাৰত বৰুৱাই তেওঁৰ কিবা নিজা অৰ্থ এটা পাই দোহাৰিলে, 'আকৌ গজিব'। কলো, ওঁ ঘাঁহৰ নিয়মেই সেইটো। নমৰে।

গুৱাহাটীত ব্ৰজেন বৰুৱাৰ পৰিচালনাত 'অৰ্কেষ্ট্ৰা' দেখিছিলো। কিতাপত ছেগা-চোৰোকাকৈ 'অৰ্কেষ্ট্ৰা'ৰ বিষয়ে পঢ়িছো, কিন্তু বুজাৰ ভাগত শূণ্য। জ্যোতি প্ৰসাদ আগৰৱালাই হেনো আমাৰ থলুৱা বাদ্যযন্ত্ৰৰ লগত পছিমীয়া দুই-এপদ মিলাই অপূৰ্ব সুন্দৰ 'অৰ্কেষ্ট্ৰেছন' কৰিছিল। দেখা নাই। এতিয়া

আকাশবাণীত এনে ধৰণৰ অৰ্কেষ্ট্ৰাকেই বাদ্য-বৃন্দ বোলে হব পায়। কিন্তু 'অৰ্কেষ্ট্ৰা'ৰ বাদ্য-সমলয় শুনি আৰু দেখি তাৰ ভিতৰ সোমোৱাৰ ক্ষমতা এতিয়াও হোৱা নাই। ব্ৰজেন বৰুৱাৰ ছয় ঋতুৰ বাদ্য-সমলয় দেখি নিবিড় তন্ময়তাৰে চাইছিলো। অৰ্কেষ্ট্ৰাৰ শেষত পৰিচালক বৰুৱাই কি বুজিলো সুধিছিল। মই কলো, শুনিলো। কিন্তু এতিয়াও শুনিব জনা হোৱা নাই হবলা। বৰুৱাই মোৰ অজ্ঞতাৰ প্ৰতি কোনো অৱজ্ঞা নেদেখুৱাই মাত্ৰ কলে, "শুনিবও জানিব লাগে। এতিয়া কথাষাৰ মৰ্মে মৰ্মে বুজিছো। কলাও সহৃদয়-হৃদয়-সম্বাদী। সহৃদয় হবলৈও যে প্ৰয়োজনীয় শিক্ষা লাগে। কোনে দিব? আমাৰ ৰচিত বা বদৰুচিত সাম্প্ৰতিক গীতৰ ছেকেণ্ডেৰী ইনফেকচনে আমাৰ ঘা বঢ়াইছে। ব্ৰজেন বৰুৱাই ৰুচি সলনি কৰি আমাক স্বাস্থ্যৱান কৰিব খুজিছিল। কিন্তু তাৰ বাবে ৰোগীৰো প্ৰস্তুতি লাগে যে! অৰ্কেষ্ট্ৰা কৰিবলৈ বৰুৱাই আৰু হাবিয়াস নকৰা হ'ল!

ব্ৰজেন বৰুৱাই ভাৰতীয় গণ-নাট্য সংঘৰ এটা সংগঠন অসমত গঢ়ি তোলাৰ কামত গণ-নাট্য সংঘৰ প্ৰাণ শ্ৰদ্ধেয় হেমাঙ্গ বিশ্বাসৰ লগত একেলগে নামিছিল। সেই সময়ত মই বোধকৰোঁ গুৱাহাটীত নাছিলো। গণ-নাট্য সংঘৰ অন্যতম সংগঠক বেণী মাধৱ মহন্তৰ মুখে শুনিছো, এখন এল-পি স্কুলত মম জ্বলাই সংঘৰ শিল্প-প্ৰচেষ্টা চলিছিল আৰু ব্ৰজেন বৰুৱাই এই কামত গা ঢালি লাগিছিল। তেতিয়ালৈকে অসমৰ শিল্প-জগত আত্ম-বিনোদনৰ ৰাজত্ব। শিল্পক 'বৃত্তি' হিচাপে জীৱনৰ উশাহ-নিশাহ কৰি লোৱা শিল্পী এচাম তেতিয়াও অসমত গঢ়ি উঠা নাই। গণ-নাট্য সংঘয়ে লোক-সংস্কৃতিক অসমৰ মঞ্চলৈ আনিছিল। লোক-কলাৰ প্ৰাণ-প্ৰবাহেৰে সিক্ত হৈ তাৰেই কোলাত অভিনৱ সৃজনশীল কলাৰ সৃষ্টি কৰিছিল। এই গণ-নাট্য সংঘৰ সভাপতিৰ পদত আছিল জ্যোতি প্ৰসাদ আগৰৱালা, বিষ্ণু প্ৰসাদ ৰাভা। এই সংঘৰে সহ-সভাপতি হৈছিল ব্ৰজেন বৰুৱা। গণ-নাট্য সংঘৰ তৰংগতে জন্ম লৈ ডঃ ভূপেন হাজৰিকাৰ গতি তৰংগ-শীৰ্ষলৈ উঠিছিল। মঘাই ওজা, নবহৰি বুঢ়া ভকতৰ দৰে তেতিয়ালৈকে অখ্যাত শিল্পী গণ-নাট্য সংঘৰ বুকুতে প্ৰখ্যাত হৈ উঠিছিল। লোক-কলাৰ পাণ্ডিত ব্যক্তি আৰু জীৱন-শিল্পী হেমাঙ্গ বিশ্বাসৰ কাষ চাপি ব্ৰজেন বৰুৱাই কলাৰ যি অপূৰ্ব স্বাদ পাইছিল—গণ-নাট্য সংঘৰ বিভিন্ন কলা-প্ৰচেষ্টাত অকৃত্ৰিম আৰু অক্লান্ত অংশ গ্ৰহণেই তাৰ সাক্ষ্য বহন কৰিছিল। গণ-নাট্য সংঘৰ মাদ্ৰাজ অধিবেশনত ব্ৰজেন বৰুৱাই অসমক সফলতাৰে প্ৰতিনিধিত্ব কৰিছিল।

'দেশেই নাটঘৰ, ৰাইজেই ভাৱৰীয়া'—গণ-নাট্য সংঘৰ এই প্ৰতীক-বাণীটো ব্ৰজেন বৰুৱাই হৃদয়েৰে গ্ৰহণ কৰিছিল। এদিন হেমাংগ বিশ্বাসৰ লগত আমি দুয়ো কথা পাতি থাকোতে ব্ৰজেন বৰুৱাই সুধিছিল এই নামটো কোনে দিয়া।



হেমাংগদাই কৈছিল, নামটো দিয়া নাই, অনুবাদহে। পিপলছ্ থিয়েটাৰ ষ্টাৰছ দি পিপ্‌ল্—ইয়াৰ অসমীয়া। হেমাংগদাই কৈছিল, "অনুবাদটো কেশৱেৰ"। ব্ৰজেন বৰুৱাই যেন আকো এবাৰ মোক ওচৰত পাইছিল। অনুবাদটো যি কোনো লোকেই কৰিব পাৰিলেহে'তেন। কথা হ'ল এই প্ৰতীক-বাণীৰ মৰ্ম উপলব্ধিত ব্ৰজেন বৰুৱাও যে মোৰে লগ—এই কথাষাৰেহে বৰুৱাক আপ্লুত কৰিছিল। জীৱনৰ আপাত-নগণ্য কিছুমান ঘটনাই বোধকৰোঁ এনেকৈয়ে মানুহক মানুহৰ ওচৰ চপায়।

চলচ্চিত্ৰ জগতত সংগীত-পৰিচালক হিচাপে ব্ৰজেন বৰুৱাৰ পদক্ষেপৰ আগমুহূৰ্ত। এবাৰ সোনকালতে ঘৰলৈ মাতি গৈছিল বৰুৱাই। এদিন ওলালোগৈ। বাবাণ্ডাত ভৰি দিয়েই বৰুৱাক দেখি কলো, গান শুনো। বৰুৱাই কোনো ভূমিকা নকৰাকৈয়ে হাৰমনিয়মটো চপাই আনি আৰম্ভ কৰিলে, "অ'-অ'-আই! আমাৰ ক'পালতে.........."। ভিতৰৰ উত্তেজনা হেঁচি ৰাখি সুধিলো, সুৰ হ'ল? হ'ল, কিন্তু কেনে লাগিল! ইমান ভাল লাগিছিল যে চকুৱে চকুৱে চাই থকাৰ বাহিৰে একোকে কব নোৱাৰিলো। বৰুৱাই কলে "স্মৃতিৰ পৰশ নামৰ এখন ছবি কৰিবলৈ লৈছো আমি। এইটো তাৰ প্ৰধান গীত হ'ব। মই যে জামুগুৰিত এদিন গৈছিলো, ভৱিষ্যতে কামত লাগিব? এয়া।" বুলি কৈ ছবিৰ বাকী কেইটা গীতো মোকে লিখিবলৈ ক'লে।

কলা-প্ৰচেষ্টাৰ আলিটো সেন্দুৰীয়া নহয়। বোলছবিৰতো একেবাৰেই নহয়। দুখনমান ছবি কৰি উঠি ব্ৰজেন বৰুৱা অলপ হতাশ হৈছিল। হতাশাৰ গুৰিটো যে আৰ্থিক নকলেও হয়। মই এই ক্ষেত্ৰত বিজ্ঞৰ দৰে এটা বাণী এৰি দিছিলো, নৌৰিব বৰুৱা, য'তে পৰে ত'তে উঠে। কথাষাৰ ময়ো ধাৰ কৰাহে। স্কুলত পঢ়োঁতে এগৰাকী শিক্ষকে কৈছিল, জনা-বুজা লোকে নাও বুৰিলেও নাওখন নেৰে। বুৰোৱা নাৱেই পাৰো পোৱায়। যি হওক, বৰুৱাই মোৰ এই কথাষাৰ পিচৰ কালত দোহাৰি আছিল। শিকাৰ যেনেকৈ বয়স নাই, শিকাওঁতাৰো বয়স নাই। সৰু, নামগোত্ৰহীন মানুহৰ পৰাও ব্ৰজেন বৰুৱাই কথা শিকিছিল, সুৰ শিকিছিল, গীত শিকিছিল। মুকুতাৰ "অ' প্ৰাণ গোপাল" গীতটি তেওঁৰ মাতৃ দেৱীৰ পৰা লোৱা। নবকাসুৰ ছবিৰ তৰুলতা দাসৰ মুখৰ গীতটোৰ কেইবাটাও শাৰীৰ সুৰ আমাৰ ঘৰৰ পৰা লোৱা। লবলৈ বৰুৱাই লাজ কৰা নাছিল, দিবও সেয়ে পাৰিছিল। বৰুৱাই নিজকে নিঃশেষ কৰি দিব পাৰিছিল। ৰবীন্দ্ৰনাথৰ কবিতাৰ আধাকুট এটা বৰুৱাৰ খুব প্ৰিয় আছিল। "নিঃশেষে প্ৰাণ যে কৰিবে দান ক্ষয় নাই তাৰ ক্ষয় নাই।" জীৱনেৰে ইয়াৰ সত্যতা ব্ৰজেনে দেখুৱাই গৈছে। বৰুৱা হ'ল যেন সেইজন শিল্পী—যি "কৰ্মে ও কথায় নিত্য আত্মীয়তা কৰেছে অৰ্জন"।

সুৰত কথা দিব নে কথাত সুৰ দিব—শিল্প-সৃষ্টিৰ বাটত দেখা দিয়া

বিভিন্ন আৰু বিচিত্ৰ সমস্যাৰ ভিতৰত ইও এটা সমস্যা আছিল বৰুৱাৰ। মোৰ ধাৰণা হৈছিল গানৰ প্ৰকৃত চালিকা শক্তি হ'ল সুৰ। জ্যোতি প্ৰসাদ, বিষ্ণু ৰাভা, ভূপেন হাজৰিকা—এইসকলে নিজে কথা লিখি নিজেই সুৰ দিয়ে। কথাষাৰতো এনেকৈও ভাবিব পাৰি, এওঁলোক যিহেতুকে নিজেই সুৰস্ৰষ্টাও, গতিকে সুৰতে কথাবোৰ বান্ধি যায়। অনেক যুক্তিৰে ভাবিও আত্ম-বিশ্বাসৰ অভাৱত ঠাৱৰ কৰিব পৰা নাছিলো—মই ভবা কথাষাৰ ভুল নে শুদ্ধ। এদিন কথা প্ৰসংগত হেমাংগদাই কলে, "বুঝেছ কেশৱ, সুৰ হলো গানেৰ প্ৰাণ।" মোক আৰু কোনে পায়। গতিকে ব্ৰজেন বৰুৱাক স্বতঃসিন্ধতাৰ গাম্ভীৰ্য্যৰে কৈ দিছিলো, "বৰুৱা, সুৰ আগ, কথা পাছ।" বৰুৱাই হা-হাকৈ হাঁহি দি কৈছিল, "আপুনি খাটি গীতিকাৰ নহয়।" প্ৰশ্নবোধকভাৱে চাই আছিলো। বৰুৱাই আকৌ কৈছিল, "মানে, সুৰত লিখাৰ অৰ্থ হ'ল সুৰকাৰৰ অধীন হোৱা। গতিকে, ওৱান ষ্টেপ বিল' দি কম্পজাৰ।" স্বস্তিৰ নিশ্বাস পেলাইছিলো। মইতো সুৰৰে অধীন হব খোজোঁ—নৈখন যেনেকৈ ঢৌৰ অধীন হয়। আৰু, সুৰৰ অধীন হলেইতো সুৰকো অধীন কৰিব পাৰি। আৰু কোন কাৰ অধীন—সেইটো মোৰ সমস্যা হোৱা নাই। মোৰ সমস্যা হ'ল কোন কাৰ প্ৰকৃত লগ। অগাপিচাকৈতো যাবই লাগিব। লগ বা লগে এৰিলেই বিপদ। আৰু, মাজে মাজে ভাবোঁ, মই যদি জীৱনত কেতিয়াবা এনে এজন সুৰস্ৰষ্টা পাওঁ—যি মোৰ কথা সুৰৰ ঢৌত তুলি দিব পাৰে! সি মোৰ ভাগ্য হব? কিন্তু কোনো প্ৰতিভাৰ সুৰত কথা তুলি দিবলৈ পোৱাটোওতো মোৰ কম ভাগ্য নহয়।—বৰুৱাক তেতিয়া এনে কিছুমান কথাকেই কৈছিলো। আখৰে আখৰে কবলৈ মনত নাই। বৰুৱাৰ মুখত সন্তোষৰ ভাব দেখিছিলো। তেতিয়াৰ পৰা বৰুৱাৰ এই সমস্যা আৰু নাছিল। তেওঁ সংগীত-পৰিচালনা কৰা প্ৰায়বোৰ ছবিৰ গানৰ কাৰণে মই য'তে আছো তলৈকে মোক বিচাৰি গৈছে। তেওঁৰ সুৰতে সদায় কথা দি আহিছো আৰু দুই-এক ক্ষেত্ৰত মোৰ কথাৰ দৈন্য আৰু ব্ৰজেনৰ সুৰৰ ঐশ্বৰ্য দেখি আৰু অধিক চেষ্টাৰ কাৰণে নিজকে প্ৰস্তুতো কৰিছো।

সংগীত-পৰিচালনাৰ পৰা ছবি পৰিচালনালৈ হোৱা উত্তৰণ কালত ব্ৰজেন বৰুৱাৰ স্থান পূৰণ কৰিছে তেওঁৰে সুযোগ্য শিল্পী—ভ্ৰাতৃ ৰমেন বৰুৱাই। দাদাকৰ ফুটতে উঠা ৰমেন বৰুৱাৰ লগতো মই একেদৰেই কাম কৰি সুখ পাইছো। সংগীত-পৰিচালক ৰমেনৰ লগত কাম কৰি থাকোঁতে হঠাৎ ব্ৰজেন বৰুৱা আহি গীতবোৰৰ ঠায়ে ঠায়ে সালসলনি কৰাই লৈছিল। ৰমেনৰ লগত কামত বহিলেও ব্ৰজেন বৰুৱা সদায় তেওঁৰ অনুপস্থিতিৰেই মোৰ সন্মুখত প্ৰকট হৈ আছিল। অনুপস্থিতিৰে ব্ৰজেনে মোক জুৰি আছিল, উপস্থিতিৰে মোক তেওঁ আনন্দেৰে জিকাৰ খুৱাইছিল।

'ইটো সিটো বহুতো' তেওঁৰ প্ৰথম পৰিচালনাৰ ছবি। তাৰ পিচত 'ডঃ



বেজবৰুৱা' আৰু 'মুকুতা'। এই তিনিওখন ছবিত পৰিচালকৰূপে ব্ৰজেনৰ পৰিক্ৰম ঊৰ্ধমুখী। 'ললিতা'ত তেওঁ যি পিছল খাইছিল, সেই পিছলতে খোপনি পুতি 'ওপজা সোণৰ মাটি'ৰে আকৌ উঠিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। 'ওপজা সোণৰ মাটি'য়ে তেওঁক যে তুলিলেহে'তেন গীত কেইটা লিখিয়েই অলপ ধাৰণা হৈছিল। কাৰণ, ইমান দিনে বৰুৱাই চলচ্চিত্ৰৰ কাহিনীলৈ বিশেষ মন দিয়া নাছিল। মন দিছিল ইয়াৰ বহিৰাংগিক কলা-কুশলতালৈ; কথাছবিক গতি দি বৰুৱাই আংগিকৰ দিশৰ পৰা তাক প্ৰকৃত চলচ্চিত্ৰ কৰি তুলিছিল। কিন্তু 'ওপজা সোণৰ মাটি'ত বিষয় বস্তুৰ চাৰি সীমাৰ ফালেও খোজ দিব খুজিছিল। শোকাকুলা পত্নীয়ে হিয়া ঢাকুৰি কান্দি কান্দি এবাৰ থোকাথুকিকৈ কৈছিল, "ওপজা সোণৰ মাটিয়েই কাল হ'ল।" মই ভাবিছিলো, পিচৰ চাম চলচ্চিত্ৰ শিল্পীৰ কাৰণে 'ওপজা সোণৰ মাটি' কালজয়ী হয় যেন!

এই বিষয়বস্তুৰ প্ৰতি কৰা আওকাণ মোৰ কাৰণে বৰ বেদনাদায়ক হৈছিল। অৱশ্যে ব্ৰজেন বৰুৱাই যে বিষয় বস্তুৰ প্ৰতি প্ৰকৃততে কাণসাৰ নিদিছিল এনে নহয়; তেওঁ ছবিৰ বজাৰৰ কথা ভাবিছিল। অসমীয়া ছবিৰ দৰ্শকৰ সংখ্যাল্পতা, দৰ্শকৰ মানদণ্ড, ছবি ঘৰৰ মালিকৰ সহানুভূতিহীনতা আৰু হিন্দী ছবিৰ সস্তীয়া-ৰুচি-তোষণ,—এনেবোৰ সমস্যাৰ মাজত পৰি প্ৰকৃত কলা-ছবি এখন কৰিবলৈ বৰুৱাই সাহ কৰা নাছিল। কিন্তু ভাল দিনো এদিন অসমলৈ আহিব আৰু তাৰ বাট আমিয়েই কাটিব লাগিব বুলি বৰুৱাই দৃঢ় আশা পোষণ কৰিছিল।

কিন্তু মোৰ মনত সংঘাত হৈছিল—এফালে ব্ৰজেন বৰুৱাৰ সুৰ আৰু আনফালে ছবিৰ বিষয়বস্তুৰ প্ৰতি মোৰ বিৰক্তি। এই দ্বন্দ্বত অৱশ্যেই সুৰ জয়ী হৈছিল আৰু মোৰ বিৰক্তিয়ে মোক তলে তলে পীড়িত আছিল। সদায় গীত লিখিবলৈ বহোঁতে মোৰ এনে ধাৰণাও হৈছিল—মই যেন এজনী বেশ্যা, কেৱল ফৰমাচৰ মন-তোষণ কৰি নিজকে বেচি আছো। তথাপি ব্ৰজেন বৰুৱাৰ একাগ্ৰতা আৰু ভাবী-উত্তৰণৰ সংকল্পই মোক তেওঁৰ পৰা আঁহ ছিঙিব পৰা নাছিল। বিৰক্তি আৰু আনন্দৰ আজিও সমাধান নোহোৱা কি এক দ্বন্দ্ব!! ব্ৰজেন বৰুৱাৰ লগতে ভাবি কেৱল মন তাপৰাওঁ, অসমৰ ছবি-জগতৰ বিষয় বস্তুত কলাৰ অভ্যুদয় হয়তো সমাগত!!

*

ব্ৰজেন বৰুৱাই ছবিৰ বহিদৃশ্য গ্ৰহণলৈ যি নতুনতা আনিছিল সি সমালোচনা-মুক্ত নহয়। শিল্পীয়ে নিজৰ শিল্প-ভাৱনাক পৰ্দাত ৰূপ দিবলৈ আধুনিক বিজ্ঞানৰ সহায় লৈ প্ৰকৃতিৰ সবল স্বাভাৱিকতাৰ পৰা পুনৰ সৃষ্টিৰ মহত্বৰ স্তৰলৈ নিজকে উন্নীত কৰিছে। কলা-কুশলতাৰ বৈজ্ঞানিক অবিষ্কাৰৰ কালত প্ৰকৃতিৰ বুকুলৈ উভতি যোৱাটো স্বৰূপাৰ্থতে উভতি যোৱা। কিন্তু

তথাপি ব্ৰজেন বৰুৱাই এই পথ লৈছিল। আৰু, লৈ ৰাইজক নিজৰ দক্ষতাৰে চমক খুৱাইছিল। কিন্তু ই যে ভয়ানক কণ্টকৰ পথ। ই যে উবাজাহাজ আবিষ্কাৰ হোৱাৰ কালতো খোজ কাঢ়ি যোৱাৰ পথ। ব্ৰজেন বৰুৱা অসাধাৰণ আছিল কাৰণে তেওঁ এই কণ্টৰ বাটো সুগম কৰি লৈছিল। কিন্তু সি ব্যতিক্ৰম; যিমানেই চমকপ্ৰদ নহওক লাগিলে সি নিয়ম নহয়। গতিকে উত্তৰকালৰ পথো সি হব নোৱাৰে যেন।

কিন্তু এই পথ কিয় ললে ব্ৰজেন বৰুৱাই। অন্যতম সুযোগ্য নাট্যকাৰ, চলচ্চিত্ৰ-পৰিচালক আৰু সুদক্ষ অভিনেতা অনিল চৌধুৰী আৰু গিৰীশ চৌধুৰীৰ মতে ই আছিল ব্ৰজেন বৰুৱাৰ অভিমানজনিত বিদ্ৰোহ। এই বিদ্ৰোহৰ ফলত আমি ব্ৰজেন বৰুৱাৰ উদ্ভাৱনশীল প্ৰতিভাৰ পৰিচয় পাওঁ, ছবি গ্ৰহণ আৰু শব্দ গ্ৰহণৰ ক্ষেত্ৰত তেওঁ যি নতুন কৌশলৰ আৱিষ্কাৰ কৰা বুলি শুনিছো— সি হেনো ভাৰতৰ অন্যান্য চলচ্চিত্ৰ প্ৰতিভাবো বিস্ময় উদ্ৰেক কৰিছে। কিন্তু ই অবজেক্টিভ লাভ। গুৰি কথা হ'ল অসমৰ অভাৱ।

অসমৰ অভাৱৰ ফলতে জ্যোতিপ্ৰসাদেও ভোলাগুৰিত ষ্টুডিঅ'ৰ উদ্ভাৱন কৰি অসাধাৰণ প্ৰতিভাৰ চিনাকি দিছিল। কিন্তু আধুনিক ছবি জগতে সেই পথ গ্ৰহণ কৰা নাই। এইসকল অবিস্মৰণীয় প্ৰতিভাৰ প্ৰতি নতশিৰ হৈও এইষাৰ কথা উল্লেখ কৰাৰ উদ্দেশ্য হ'ল উঠি অহা চাম গুণী শিল্পীয়ে যাতে আমাকো এই দিশটোত পোহৰ দিয়ে। পোহৰ লাগে; নহলে ব্ৰজেন বৰুৱাক হেৰুওৱাৰ দৰেই আমি আন বহুতকে হেৰুৱাব লাগিব হয়তোবা। এই ভয় আৰু শংকাক যদি অবিশেষজ্ঞ-সাধাৰণৰ সংস্কাৰ বুলিও ভবা হয়, তাকো যাতে বিশেষজ্ঞসকলে দূৰ কৰে।

॥ বজ্ৰপাতৰ নিশা ॥

'ৰাতি বাঁহী বায় অ' ৰাতি বাঁহী বায়......'

দিলীপ চৌধুৰীয়ে এদিন এই গীতটো মোক গাই শুনাইছিল। মোৰো নজনাকৈয়ে চকু পানী বিৰিঙিছিল। উঠি আহিছিলো, ভিতৰলৈ। বুকুৰ কোনোবাখিনিত গীতটোৱে আঘাত কৰিছিল, যেন মোৰ অতি আপোন কোনোবা হেৰাই গ'ল।......দিলীপক সুধিছিলো, কাৰ ৰচনা, হীৰেণৰ নে কি? দিলীপে শলাগিছিল। হীৰেণ ভট্টাচাৰ্য্য; কবি হীৰেণ! তেৱেঁইতো লিখিব পাৰে ইমান দ, ইমান মৰ্ম্মস্পৰ্শী দুখৰ গীত!

এই গীতটোৱেই আন এদিন নহয়, আন এৰাতি, চৰম বেদনাময় হৈ উঠিছিল। ব্ৰজেন বৰুৱাক শ্মশানলৈ নিবলৈ অনেক মানুহেৰে শৱ-যাত্ৰা। এতিয়া আৰু ঘৰৰ আগ চোতালত গোলাঘাটৰ পৰা আনি থোৱা ব্ৰজেনৰ 'নিষ্প্ৰাণ'-



নিষ্পন্দ দেহাটোও তাত নাই! প্ৰায় সকলো ওলাই গৈছে! কেৱল এটা শূণ্যতাই তাত থকা কেইজনক বান্ধি আছে!

সেই সময়ত, ঠিক সেই সময়তে, হীৰেণৰ গীতটোৰ এই শাৰীটো কোনোবা বিণিকিও-নেদেখা, কোনোবা শুনা-নুশুনা দুৰণিৰ বহু ওপৰেদি যেন ওপঙি ওপঙি গৈ আছে, লগ পাব নোৱাৰিম আৰু কেতিয়াও, মাত্ৰ কাঁহ-পৰি-জীণ যোৱাৰ দৰে শুনিবলৈ পাই থাকিম...... ৰাতি বাঁহী বায়! এই দূৰ-দূৰ সুৰৰ বুকুত এই কথা কেইষাৰ যেন উটি উটি আঁতৰি যাবগৈ মোক এৰি, সদাহঁতক এৰি, সহোদৰ-সহোদৰাক এৰি, জন্মদাতা পিতৃকো এৰি, ল'ৰা-ছোৱালীহালক এৰি আৰু প্ৰিয়তমা পত্নীক 'কন্দুৱাই'—'ৰাতি বাঁহী বায় অ'......... মোক কন্দুৱাই'।

সেই নিশা কিয় এনেকুৱা লাগিছিল মোৰ? সেই বজ্ৰপাতৰ নিশা?

ই জানো ব্ৰজেনৰ বৈ যোৱা "অৱশেষ অমিয়-জোকাৰ!" কোনে জানে!

তচন্দ্দুক ইউচুফ

## আশা নকৰাটো পাপ

নগাৰ'ৰ চলাচল ৰেষ্টুৰেণ্ট। ২৮ জুন। সময় ৰাতিপুৱা প্ৰায় চাৰে দহমান হব। অসহ্য গৰম। শীতল কোকাকোলা এবটলেৰে পিয়াহ আঁতৰাবলৈ চেষ্টা কৰি আছো। এনেতে দেখিলো বন্ধু পৰিচালক দীবন বৰুৱা লাহে লাহে সোমাই আহিছে। মোলৈ চালে অথচ মাত এষাৰ নিদিলে। অলপ আচৰিত হলো। মইয়েই মাত দিলো। উত্তৰ নিদিলে মাথো সম্মুখৰ চকী এখনত বহিল। মোৰ মুখলৈ কিছু সময় চাই হঠাতে কলে 'ব্ৰজেনদা ঢুকাল।'

অবিশ্বাস্য কথা। উচপ খাই উঠিলো। দীবনে মোৰ মনোভাব লক্ষ্য কৰি আকৌ কলে—"আজি ৰাতিপুৱা গোলাঘাটত ব্ৰজেন বৰুৱা ঢুকাল। হাৰ্ট এটেক।"

ক'পা ক'পা মাতেৰে এই নিদাৰুণ কথাষাৰ কৈ থাকোতে দীবনৰ চকু চলচলীয়া হৈ উঠিল।

স্তব্ধ হলো। মোৰ সৰ্ব্বশৰীৰ কঁপি উঠিল। মুখত মাত নাই। কিবা এটা কবলৈ চেষ্টা কৰোতেই হাতৰ পৰা জলন্ত চিগাৰেটৰ টুকুৰাটো মাটিত পৰিল। অজানিতে দীবনলৈ চিগাৰেটৰ পেকেটটো আগবঢ়াই দিলো। সম্মোহিত মানুহৰ দৰেই তেওঁ চিগাৰেট এটা জ্বলালে।

এনেতে দেখিলো ৰমেন সোমাই আহিছে। ৰমেন বৰুৱা সংগীত পৰিচালক। লগত গায়ক দীপেন বৰুৱা। মই প্ৰায় দৌৰি গৈ ৰমেনৰ হাতখন সাৱটি লৈ অশ্ৰুসিক্ত চকুজুৰিৰে চালো। দুয়ো বহিল। গভীৰ নিস্তব্ধতা। চলাচলৰ আন আন গ্ৰাহক সকলে হতবুদ্ধি হৈ আমালৈ মাথো চাই আছে। লৰালৰিকৈ বয় এজনক ক'লে ঠাণ্ডা কোকাকোলা দিবলৈ। ৰমেনক কলো "খোৱা"। নেখালে। তিনিওজনে মাথো পানী বিচাৰিলে।

দীবনে কলে "আমি আগবাঢ়ি যাওঁ বোধহয় বোকাখাটত লগ পাম।"



তেতিয়া জানিব পাৰিলো ব্ৰজেন বৰুৱাৰ মৃতদেহ কঢ়িয়াই অনা গাড়ীখন ৰাতিপুৱাতে গোলাঘাট এৰিলে।

অসমীয়া কথাছবিৰ শিল্পৰ উজ্জ্বল ভাস্কৰ ব্ৰজেন বৰুৱাৰ মৃতদেহ কঢ়িয়াই আনিবলৈ গল তেওঁৰেই তিনিজন কৃতী ভাতৃ যি কেইজন ব্ৰজেন বৰুৱাৰ প্ৰতিখন কথাছবিৰ সৈতে নিবিড় ভাৱে জড়িত।

এখোজ দুখোজকৈ আগ বাঢ়িলো উদ্দেশ্যবিহীন ভাৱে। আকস্মিক ভাৱেই লগ পালো "স্বৰগম"ৰ সম্পাদক চুনী আৰু ৰূপক। আমি আটায়ে ততাতৈয়াকৈ গলো অসম চৰকাৰৰ প্ৰচাৰ বিভাগ কাৰ্য্যালয়লৈ। অনুৰোধ কৰিলো যাতে নগাঞা বাইজক তেওঁলোকৰ প্ৰচাৰ মাধ্যমেৰে এই দুঃসংবাদটো জনাই দিয়ে। ঘোষণাটো কাগজত লিখি দিলো। মোকেই অনুৰোধ কৰিলে মাইক্ৰোফোন যোগে ঘোষণাটো পঢ়ি দিবলৈ। মান্তি নহলো। মই জানো এই নিদাৰুণ সংবাদটো পঢ়িবলৈ চেষ্টা কৰিলে বাৰে বাৰে উজুটি খাম।

"ব্ৰজেন বৰুৱাৰ মৃতদেহ নগাওঁ পাবহি প্ৰায় তিনি বজাত" ঘোষণাটো প্ৰচাৰিত হল।

আয়োজনত ব্যস্ত হৈ পৰিলো। কোনোবা গল ফুলৰ যোগাৰ কৰিবলৈ। কোনোবা গল আন আনুষংগিক বস্তু আনিবলৈ। ৰাষ্ট্ৰীয় পথৰ ওচৰতেই মোৰ নিজা বাসস্থান। সকলোৰে মিলি ঠিক কৰিলো যে আমাৰ ঘৰৰ সম্মুখতেই মৃতদেহ কঢ়িয়াই অনা গাড়ীখনক ৰখোৱা হব।

মাইক্ৰোফোন আহিল। ফুল আহিল। ধূপ কাঠিৰ গোন্ধ নাকত লাগিল। আলিবাটত ভিড় বাঢ়িল। এটা শান্ত সৌম্য পৰিবেশ।

তিনি বজাৰ আগতেই ৰাষ্ট্ৰীয় পথ লোকে লোকাৰণ্য। অসহ্য গৰম আৰু তীব্ৰ বদ নেওচা দি জনতাই আলিবাটৰ দুয়োকাষে সংযত ভাৱে ৰৈ আছে।

চাৰি বাজিল অথচ এতিয়াও আহি নেপালহে। জনতাৰ ভিড় বাঢ়িয়েই আছে। বন্ধু মুকুট শৰ্ম্মাৰ গাড়ীত আগবাঢ়ি গলো। সিফালৰ পৰা অহা গাড়ী এখনৰ আৰোহীৰ পৰা জানিব পাৰিলো শবযাত্ৰা চামগুৰি পাইছেহি। আমি ততাতয়াকৈ উভতিলো। অগণিত মানুহ। মহিলা, পুৰুষ কন কন ভাইটী ভনীটি-হঁত উৎকণ্ঠাৰে ৰৈ আছে। ৰাইজক কলো—আহি আছে। অলপ সময়ৰ ভিতৰতেই পালেহি। এখন জীপ গাড়ী। কঢ়িয়াই আনিছে ব্ৰজেন বৰুৱাৰ মৃতদেহ।

আমাৰ সকলো আয়োজনেই থানবান হৈ গল। গুণমুগ্ধ জনতাই জীপখন আগুৰি ধৰিলে। ভিৰ আৰু ভিৰ। ব্ৰজেন বৰুৱাক শেষবাৰৰ বাবে দৰ্শন পাবলৈ জনতা ব্যাকুল হৈ পৰিছে। হাজাৰ হাজাৰ জনতা। কোনোমতে ঠেলি হেচি ভিৰৰ মাজত সোমাই পৰিলো আৰু অতি কষ্টৰে জীপ খনৰ কাষ পালোগৈ।

ব্ৰজেন বৰুৱা শুই আছে। নানা ৰঙ বিৰঙৰ ফুলৰ মাজত। গভীৰ নিদ্ৰা।

বুকুখন চাঁট মাৰি উঠিল। চিঞৰি মাতিবলৈ মন গল "ব্ৰজদা"। ব্ৰজদা চিৰ নিদ্ৰাত। আলফুলকৈ ফুলৰ মালা এডাল চেঁচা শৰীৰটোৰ ওপৰত থলো। শ্ৰদ্ধাৰে প্ৰণাম জনালে। ওচৰতে বহি থকা দীবনে হুক-হুকাই কান্দি উঠিল। আকৌ চিঞৰ বাখৰ। কোনেও বাধা নেমানে। মহিলা সকল ফুলৰ মালা লৈ ঠেলি হেচি আগবাঢ়ি আহিছে। ভবিৰ মাজৰ পৰা লাহে লাহে ওলাই আহিলো।

এজন অতি গুণী শিল্পীৰ আজি মৃত্যু হল। অকাল মৃত্যু। অসমীয়া ছবি জগতে যেতিয়া ব্ৰজেন বৰুৱাৰ প্ৰয়োজনীয়তা আটাইতকৈ বেচি উপলব্ধি কৰিছিল তেতিয়াই তেখেতে আমাক বিমুখ কৰিলে।

ব্ৰজেন বৰুৱাক ঘনিষ্ঠভাৱে লগ পাবলৈ সুযোগ পাইছিলো ডিব্ৰুগড়ত—'বৰুৱাৰ সংসাৰ'ৰ অন্তৰ্দৃশ্য গ্ৰহণৰ সময়ত।

এদিন সন্ধিয়া। চুটিং হৈ আছে কেমেৰাৰ সন্মুখত ব্ৰজেন বৰুৱাই অভিনয় কৰিছে। আমি কেইজনমানে চুটিং চাই আছো। হঠাতে ব্ৰজেন বৰুৱাই চিঞৰি দিলে। কাট। পৰিচালক নিপ বৰুৱা আচৰিত হল। "তচন্দুক ইয়াত আছে নেকি ?" ব্ৰজেন বৰুৱাই নিপক সুধিলে। মই আগবাঢ়ি গলো।

"হেৰা এই দৃশ্যটো তুমি অভিনয় কৰাছোন মোৰ নিজৰ অভিনয়খিনি দেখোন ভাল লগা নাই।"

মই অপ্ৰস্তুত হোৱা দেখি তেওঁ প্ৰায় আদেশৰ সুৰতেই কলে—Come along and do it.

চেটৰ অন্য কলাকুশলী সকল মোৰ দৰেই আচৰিত হল।

লাহে লাহে কেমেৰাৰ সন্মুখত ঠিয় দিলো। অভিনয় কৰিলো। দৃশ্যটোত ইংৰাজী সংলাপৰ প্ৰাধান্য বেচি আছিল।

ব্ৰজেন বৰুৱাই পৰিচালকৰ দৃষ্টিত মোৰ অভিনয় চাই কলে "Very good. হেৰা তুমি অতি সুন্দৰ ইংৰাজী কব পাৰাহে। মই কিন্তু নোৱাৰিম। ঠিক আছে। নিপ চুটিং আৰম্ভ কৰ।"

এয়া আছিল লব্ধপ্ৰতিষ্ঠ পৰিচালক সুৰকাৰ আৰু অভিনেতা ব্ৰজেন বৰুৱা। মানুহ জনৰ প্ৰতি শ্ৰদ্ধা আৰু বাঢ়ি গল—মোৰ আৰু সহকৰ্মীসকলৰ।

অসমীয়া কথা ছবি তৈয়াৰ হৈ থাকিব। আজিও আৰু ভৱিষ্যতেও। কাৰণ একমাত্ৰ ব্ৰজেন বৰুৱাই বাট দেখুৱাই গল যে অসমীয়া কথাছবিয়ে ব্যৱসায়িক ভিত্তিত সফলতা লাভ কৰাত কোনো বাধা নাই।

ব্ৰজেন বৰুৱা পদ্ধতিৰে ছবি হৈ থাকিব। আমিও হয়তো অভিনয় কৰাৰ সুযোগ পাই থাকিম।

It's silly not to hope besides it's a sin. ব্ৰজেন বৰুৱাৰ পৰা নতুনকৈ কথা এষাৰ শিকিলো—আশা নকৰাটো পাপ।



**তৰুণ দুৱৰা**

## স্নেপ শ্বটচ্

লিখকৰ কাৰণে এজনৰ বিষয়ে লিখিবলৈ হয়তো সহজ, কিন্তু আমাৰ দৰে নিঃকিন কাৰণে ই দুঃসাহস। তদুপৰি ভয় হয় হয়তোবা এজনৰ সৰু সৰু ছবি আঁকিবলৈ যাওঁতে আকোঁতাজনৰ নামেই অনাৱশ্যক ভাৱে জিলিকে। তথাপি বাইজৰ আগত আঁত হেৰোৱা এধানি এধানি ছবি তুলি ধৰাৰ দুঃসাহস কৰিছো—মাথোঁ এটি আশাৰে যে পাঠকে নিজেই তাৰ সম্পাদনা কৰি লব।

২৮ জুন। নিশা যেতিয়া গুণমুগ্ধ বাইজে ব্ৰজেন বৰুৱাক শেষ বাৰলৈ ভাস্কৰ নাট্য মন্দিৰলৈ লৈ আহিল চিৰিংকৈ মোৰ মনত পৰিল বহু দিনৰ আগৰ কথা।

ব্ৰজেন তেতিয়া যশস্বী শিল্পী সকলৰ সৈতে ভাস্কৰ নাট্য মন্দিৰত অভিনয় কৰে। এনিশা......'স্মৃতিৰ পৰশ'ৰ অভিনয়। আমি বূপসজ্জাত ব্যস্ত। ব্ৰজেন নায়ক আৰু কুমাৰী বীণা দাস নায়িকা। পৰিচালক নিপ বৰুৱাই কলে, 'তৰুণদা এটা কথা হ'ল নহয় ?" কি ?' 'এখন ছবি লাগে।' 'কাৰ ?' 'বীণা'লৈ আঙুলিয়াই কলে 'এওঁৰ।' মই ৰ লাগি চাই থকাৰ কাৰণে ব্ৰজেনে মাত লগালে 'এৰা, কি কৰিবি আমি অসমীয়া শিল্পী ধন নাই, মন আছে। টিকট বেচিব লাগিব, বং ঘঁহিব লাগিব, অভিনয় কৰিব লাগিব, পাৰিলে পৰ্দাখন টনাতো সহায় কৰিব লাগিব।' পাচলৈ বোলছবি নিৰ্মাণৰ ক্ষেত্ৰতো পৰিচালক ব্ৰজেন বৰুৱাই, সেই একে কথাকে দোঁহাৰিছিল আৰু কেনেকৈ এই 'লাইনটো নিছা' নকৰি পেছা কৰিব পাৰি তাৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল।

ডঃ বেজবৰুৱা কাম আৰম্ভ হ'ব—হোৱা নাই। এদিন দুপৰীয়া কাহিনীটো শুনাইছে। দৃশ্য এটা উলিয়াই মিচিকিয়াই কলে 'বুইছে অসমীয়া মানুহ বৰ সাংঘাতিক নহয়। বেজবৰুৱাৰ বুমৰ ইমান ডাঙৰ ডাঙৰ হত্যাকাণ্ড, চিঞৰ-বাখৰ হ'ল অথচ কাষৰ মানুহে গম নেপালেনে ? ধৰিব। সেই কাৰণেই ৰুমটো

'ছাউণ্ডপ্ৰুফ' বুলি কোৱাই দিছো। এইবাৰি কথাৰ পৰাই বুজিব পাৰি নিৰহংকাৰী পৰিচালক ব্ৰজেন বৰুৱাৰ অসমীয়া দৰ্শকৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা।

মধুটিং চাহনিত এন্ধাৰ নামিছে। কোনো, মধু, মাংলাই কাঁহত কোব দি গহীন ৰাতিৰ জাননী দিছে। কলঘৰ তেতিয়াও চলা নাই। নিজান নিস্তব্ধ। ঘিটমিটিয়া এন্ধাৰৰ একাংশত সূৰ্য্যৰ—অ' নহয় কৃত্ৰিম সূৰ্য্যৰ পোহৰ। ডঃ বেজবৰুৱাৰ এটি দৃশ্য। সুজিত সিংহ কেমেৰা লৈ সত্যহ'তৰ সৈতে পোহৰ নিয়ন্ত্ৰণত ব্যস্ত। প্ৰধান সহ পৰিচালকে আমাক মাতিলে। কেমেৰাই আমাক ওচৰৰ পৰা ধৰি ৰখাৰ পাচত এজনে মাত লগালে 'ৰজদা আহমেদ 'সোণতৰা'ৰ পাচে পাচে লৰি যোৱা লংশ্বট কিটা?' 'হব—তাৰ ব্যৱস্থা মই কৰি থৈছো; এখেতক মিছাকৈয়ে কষ্ট দিব নেলাগে।' সেয়া আছিল সুনিপুণ অভিনেতা, পৰিচালক ব্ৰজেন বৰুৱা, যি ভালদৰে বুজিছিল যে চিনেমা চিনেমাই—ই চাৰ্কাছ নহয়।

'সময় অমূল্য ধন'—কথাষাৰ ব্ৰজেনে হস্তলিপি লিখিয়েই মনফলিৰ পৰা মছি পেলোৱা নাই। তেওঁৰ সৈতে কাম কৰা দুই এজন শিল্পীৰ এই গুণৰ প্ৰায়ে শলাগ লৈছিল। আমি কেতিয়াবা সময় মতে কাম কৰিব নোৱাৰিলে একো নকৈছিল যদিও, মাজে মাজে স্বগতোক্তিৰ দৰে কৈছিল, 'ছিঃ আৰু আধা ঘণ্টা আগতে আৰম্ভ কৰিব পাৰিলোহেঁতেন।

নাটক বা বোলছবি বিষয়ক আলোচনাত ব্ৰজেনে প্ৰায়ে কৈছিল তেওঁ বৰ খাটিব পাৰে। ...তেখেতে অকল শিল্পীয়েই নহয়—ভদ্ৰলোকো। ...তেখেতক মই কেতিয়াও পাহৰিব নোৱাৰো।...অমুকে চিনেমাৰ ব্যৱসায়িক দিশতো মোতকৈ বেছি ভাল জানে।... ইত্যাদি। ইত্যাদি। যিকোনো লোকৰ গুণৰ শলাগ লোৱাত ব্ৰজেন বৰুৱাই কেতিয়াও কৃপণালি কৰা নাছিল।

ললিতাৰ ছুটিং চলি আছে। হঠাৎ এটা মেচিন বৰ গৰম হৈ গ'ল। 'চৌহানে' ৰজ্দা চ'কচোন বুলি প্ৰশ্নবোধক ভাবেৰে চালে। পৰিচালকৰ চকী-খনৰ পৰা উঠি আহি নানা দিশৰ জ্ঞান থকা বৰুৱাই নিজেই গধুৰ ফেন এখন হাউলি কেৰেচিয়াকৈ মেচিনটোৰ ফালে দাঙি ধৰিলে। ব্ৰজেন বৰুৱাৰ কাৰণে কামৰ সৰু-বৰ নাই।

গোপীনাথ বৰদলৈ ব'ডৰ পৰা শোকযাত্ৰা নৱগ্ৰহৰ ফালে সোমাল। খন্তেকৰ পাছতে ব্ৰজেন বৰুৱা নৱগ্ৰহত শুই পৰিব। নুঠে। একুৰা জুই হ'ব... ছাই হ'ব...নিঃশেষ হৈ যাব। সেই দৃশ্য অসহনীয়। চলচলীয়া চকুৰে আমাৰ লগত যোৱা 'ব্ৰজেন'ৰ বন্ধু কেইজনৰ পৰা বিদায় লৈ অকলশৰীয়া হলো। ৰহিলো অকলে। গোলাঘাটলৈ যোৱাৰ আগতে ব্ৰজেন বৰুৱাই কোৱা কথা এষাৰ মোৰ বাৰে বাৰে কাণত পৰিছে—"এইবাৰ সাজু থাকিব। এনে এখন ছবি কৰিম—



মনত থকা ছবি—প্ৰডিউচাৰকো কৈছো" মই নিজকে থিৰেৰে ৰাখিব নোৱাৰিলো; হুকহুকাই কান্দি পেলালো। কিছুপৰ পাচত নিজকে সংযত কৰি ঘৰমুৱা হলো। বাটত খবৰ নোপোৱা এজন পান দোকানীয়ে সুধিলে "চিনেমাৰ ছুটিং নেকি?" নহয় বোলাৰ বাহিৰে মই একো ক'ব নোৱাৰিলো। ললিতাৰ শেষ ছুটিং শেষ কৰি এনে এটা ৰাতিয়েই ব্ৰজেন বৰুৱা আহিছিল আমাক খবলৈঃ— আজি আমি থৈ আহিলো ব্ৰজেন বৰুৱাক শেষবাৰলৈ।

**বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য**

## ব্ৰজেন বৰুৱা

১৯৭২ চনৰ ২৮ জুনৰ দিনা ব্ৰজেন বৰুৱাৰ অকাল মৃত্যু ঘটিল। মোৰ সমসাময়িক লোক আৰু কেইবাজনৰো এনে মৃত্যু ঘটিছে। সমনীয়া বা সুহৃদৰ বিয়োগত ব্যক্তিগত শোক প্ৰকাশ ৰীতিসন্মত আৰু স্বভাৱ-সন্মত, কিন্তু ইতিহাস আৰু দৰ্শনৰ দৃষ্টিত মৃতকৰ জীৱনৰ মূল্যায়ন কৰিলেহে ই সভ্যতাৰ প্ৰগতিৰ সহায়ক হয়। আখৰৰ অপব্যৱহাৰ ইতিহাসে সহ্য নকৰে। ভাবাবেগ-মূলক আৰু অনীতিসন্মত প্ৰশংসা, বা নিৰ্ব্বিচাৰে মূল্যায়ন—ঢোল পিটা, স্বজন-বন্দনা আৰু সংস্কৃতিৰ প্ৰগতিৰ সহায়ক নোহোৱা ভ্ৰান্তিকৰ আৰু উপ-ৰুৱা প্ৰমূল্য কিছুমানত পৰিণত হোৱাৰ সম্ভাৱনাই অধিক। এটা কথা মনত পৰি গ'ল, তাকে কওঁ। ব্ৰজেন বৰুৱা ঢুকাবৰ সময়তে বয়োবৃদ্ধ সাহিত্যসেৱী দেৱানন্দ ভৰালীৰো মৃত্যু ঘটে। সংবাদ-পত্ৰ আৰু প্ৰচাৰ-যন্ত্ৰসমূহৰ দৃষ্টি দেৱানন্দ ভৰালীৰ ওপৰত কমকৈ পৰাত এজন বয়োবৃদ্ধ সাংবাদিকে দুঃখ কৰি এইদৰে মোলৈ এখন চিঠি দিছিল,

"ব্ৰজেন বৰুৱাক (বাতৰি কাকতসমূহে) কিমানখিনি ঠাই দিলে আৰু দেৱানন্দ ভৰালীক দিলে কিমান? ব্ৰজেন বৰুৱা শিল্পী। কিন্তু ভাও দিয়া আৰু ভাও দিবলৈ শিকোৱা শিল্পীতকৈ ভাব দিয়া আৰু ভাবৰ প্ৰেৰণা দিয়া সাহিত্য-শিল্পী ওপৰ। ব্ৰজেন বৰুৱাৰ সমানে মই ভৰালীৰ ঢোল পিটিবলৈ কোৱা নাই, প্ৰকৃত সাহিত্যিকে তেনেদৰে ঢোল পিটা নিবিচাৰে, কিন্তু অসমীয়া সাহিত্যলৈ তেওঁৰ অৱদানৰ কথা, আলোচনা বা উল্লেখ কৰি তেওঁৰ সম্যক পৰিচয় দিয়াটো (বাতৰি কাকতসমূহৰ) জানো কৰ্ত্তব্য নাছিল।......অসমীয়া ভাষাৰ আঁতি-গুৰি বিচাৰ কৰাত ভৰালী ডক্টৰ বাণীকান্ত কাকতি আৰু কালীৰাম মেধিতকৈ আগ। 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ' মই জনাত সেই বিধৰ প্ৰথম অসমীয়া কিতাপ। কিন্তু তেওঁ তেনেবোৰ নীৰস কথাৰ আলোচনা কৰাৰ উপৰিও, অসমীয়া ভাষাত ৰসো ঢালিছিল, ৰগৰো তুলিছিল।"

ব্ৰজেন বৰুৱা আৰু দেৱানন্দ ভৰালীৰ তুলনামূলক মূল্যায়ন মোৰ উদ্দেশ্য নহয়। কিন্তু ব্ৰজেন বৰুৱাৰ দৰেই তেওঁৰো যে জীৱন-কৰ্মৰ সম্যক পৰিচয় সংবাদপত্ৰৰ পাঠকসকলে পাব লাগিছিল, তাক অস্বীকাৰ কৰিব নোৱাৰি। বয়োবৃদ্ধ সাংবাদিক গৰাকীৰ এই উপলব্ধিৰ তাৎপৰ্য্য উপেক্ষণীয় নহয়। মূল্যায়ন সৎ, বিবেকসন্মত, আৰু নীতিসন্মত হোৱাৰ উপৰিও ভাবসাম্যপূৰ্ণ হ'ব লাগে। নহলে সংস্কৃতিৰ ক্ষতি হোৱাৰ সম্ভাৱনা অধিক।

ব্ৰজেন বৰুৱাৰ সুৰ-সাধনা সমসাময়িক গুৱাহাটীয়া সমাজৰ সংগীত-চৰ্চাৰ সুযোগৰ দ্বাৰা পৰিসীমিত। শাস্ত্ৰীয় সংগীত আৰু অসমীয়া লোক-সংগীতৰ পৰম্পৰাৰ প্ৰতি তেওঁ শ্ৰদ্ধাশীল আছিল। তেওঁৰ গীত আৰু সুৰবোৰত এই দুই পৰম্পৰাৰ কিমান দূৰ সমন্বয় ঘটিছিল সেইটো বিশেষজ্ঞসকলৰ বিচাৰ্য্য। কিন্তু মোৰ ধাৰণা হয়, তেওঁৰ পিছৰ ফালৰ বহুতো গীতেই বোলছবিৰ কাহিনীৰ অংশবিশেষ আৰু মনোহাৰিত্ব-মুখী হোৱা বাবে সেইবিলাক চিত্তাকৰ্ষক হ'লেও ভাৱৰস অথবা মানৱৰসৰ দৃষ্টিৰ পৰা তাৎপৰ্য্যপূৰ্ণ নাছিল। আৰম্ভনি-কালত অৰ্থাৎ চল্লিশৰ দশকটোত স্বদেশানুৰাগ আৰু সমাজ-সচেতনতাই তেওঁৰ সংগীত-দৃষ্টিক অণুপ্ৰাণিত কৰিছিল।

তেতিয়া স্বাধীনতাৰ পুৱতি আশা। ভাস্কৰ নাট্য মন্দিৰত তেতিয়া উজানবজাৰৰ শিল্পীসকলে নাট্য গীতত নৃত্যৰ মাজত মধ্যবিত্তসুলভ সমাজ-চেতনা প্ৰকাশ কৰিছিল। এই চেতনা বহিমুখী আছিল। ভাস্কৰ নাট্য মন্দিৰত তেতিয়া প্ৰবীণ-ফুকন-লক্ষ চৌধুৰীহঁতৰ নাট হৈছিল। এখন নাট চাবলৈ জয়প্ৰকাশ নাৰায়ণ আৰু আন এখন নাট চাবলৈ 'গোপীনাথ বৰদলৈ অহাৰ কথা মোৰ মনত আছে। মঞ্চৰ পৰা নাটক পথাৰলৈ নিছিল, লক্ষ চৌধুৰী আৰু তেওঁৰ লগৰীয়া ভাৱৰীয়াসকলে। 'পিয়লী ফুকন'ৰ অভিনয় হৈছিল। উজানবজাৰত ঘৰুৱাভাৱে শাস্ত্ৰীয় সংগীত অনুশীলনৰ পৰম্পৰা এটি চলি আছিল। আনহাতে অজয় চলিহাৰ পৰিচালনাত যুৱক শিল্পীসকলে বনুৱা-জীৱনক কেন্দ্ৰ কৰি নৃত্য-নাটিকাও প্ৰদৰ্শন কৰিছিল। কেইবাজনো শিল্পীয়ে বিয়াল্লিছৰ আন্দোলনৰ ওপৰত ভেটি কৰি ছবি আঁকিছিল। এই সচেতন সাংস্কৃতিক প্ৰচেষ্টাবোৰৰ এটা বৃজন অংশ, বিশেষ ভাৱমণ্ডলৰ সৃষ্টি। এই ভাৱমণ্ডল আছিল গণমুখী স্বদেশানুৰাগৰ। মোৰ যিমান দূৰ মনত পৰে এই ভাৱমণ্ডলৰ মাজতে ব্ৰজেন বৰুৱাৰ দৰে শিল্পীসকলে প্ৰেৰণা লাভ কৰিছিল।

কিন্তু সেই ভাৱমণ্ডল এক নৱন্যাস সৃষ্টিৰ বাবে যথেষ্ট নাছিল। মৌলিক অনুশীলনৰ অভাৱেই এই দৈন্যৰ কাৰণ। সংকীৰ্ণ গোষ্ঠীচেতনা বা দলীয় চেতনাই নৃত্য গীত কলাৰ সৃষ্টি নকৰে বুলি ক'লে বহুতেই বিশ্বাস নকৰিব;

একোটা দলে কিয় একোখন ৰাষ্ট্ৰয়ো নিজ নিজ সাংস্কৃতিক পুৰোহিতৰ যোগেদি মন্ত্ৰদানো ভালকৈ কৰিব নোৱাৰে, পূৰ্ণ ৰূপত নিটোল গণকলা সৃষ্টি কৰোৱাতো দূৰৰ কথা। কলাত একান্ত বিশ্বাস কলাৰ স্বৰূপ দৰ্শন, আৰু সৎ কলা সৃষ্টি কৰাৰ অনুৰাগ—এইবিলাক গুণ লাভৰ বাবে আমাৰ দৰে সমাজত মহৎ পথপ্ৰদৰ্শকৰ শিক্ষা আৰু অবিৰাম পৰীক্ষা-নিৰীক্ষাৰ সুবিধা দৰকাৰ। যি পৰিমাণে শিল্পীয়ে এই গুণৰ অধিকাৰী হ'ব পাৰে, সেই পৰিমাণে তেওঁ নৰসৃষ্টিৰ অধিকাৰী হয়।

ব্ৰজেন বৰুৱাৰ অন্যান্য বহুতো অসমীয়া শিল্পীৰ দৰেই বোলছবিলৈ আকৰ্ষিত হোৱাৰ কথাই প্ৰমাণ কৰে, তেওঁ কোনো এটা নিৰ্দিষ্ট কলাত আত্মনিয়োগ কৰিবলৈ মন কৰা নাছিল। বোলছবি—অন্ততঃ সকলো বোলছবিকে—কলা বোলা মোৰ পক্ষে টান। বোলছবিত গল্প, সংগীত, নৃত্য, চলমান চিত্ৰ এইবিলাকৰ ভাবসাম্য ৰক্ষা কৰি তাক এক উত্তোলিত স্বয়ংসম্পূৰ্ণ কলালৈ ৰূপায়িত কৰিব পাৰি নে নোৱাৰি সেই সম্পৰ্কে মোৰ নিজা ধাৰণা এটা আছে। বোলছবি চলমান চাক্ষুষ দৃশ্যৰ ওপৰতে ঘাইকৈ নিৰ্ভৰশীল; লিখিত শব্দ গেয় শব্দ, সুললিত অংগভংগী, স্থিৰ চিত্ৰৰ কলাৰ যি বেলেগ বেলেগ বৈশিষ্ট্য আছে সেইবিলাক বেলেগ বেলেগ অন্তৰংগ পৰিমণ্ডলতহে সম্যকভাৱে ফুটি উঠে। সত্যজিত ৰায়ে বা তেওঁৰ দৰে প্ৰতিভাশালী পৰিচালকে বোলছবিক কেৱল বিভিন্ন কলাৰ বাহ্যিক যোগ্যসূত্ৰপূৰ্ণ সমাবেশ-স্থল কৰি ৰখাতে সীমাৱদ্ধ নেৰাখি তাক ৰসপূৰ্ণ কৰিবৰ বাবে যত্ন কৰিছে। তেওঁলোকে যি মানদণ্ডৰ সৃষ্টি কৰিছে তাক আৰু উলাই কৰি চলা সম্ভৱপৰ নহয়।

আৰম্ভণি কালত ব্ৰজেন বৰুৱা সুৰকাৰ হিচাপেই পৰিচিত আছিল। তেওঁ সৰহকৈ গীত গোৱাৰ কথা মনত নপৰে। মোৰ 'আমি বহুৱাম জনতাৰ দৰবাৰ, আমি বহুৱাম জনতাৰ চৰকাৰ' আৰু 'জাতিৰ কুশল-কোঁৱৰ, জনতাৰ কুশল কোঁৱৰ' নামৰ গীত দুটাৰ সুৰ দিয়াৰ কথা মোৰ মনত আছে। প্ৰথমটো গীতে জনপ্ৰিয়তা লাভ কৰিছিল, দ্বিতীয়টো গীত সিমান বাহিৰত প্ৰকাশ পোৱা নাছিল। সুৰবিলাক মোৰ ভালেই লাগিছিল। তেতিয়া ব্ৰজেন বৰুৱাৰ দুটা গুণৰ কথা মই মন কৰিছিলো। প্ৰথম গুণটি হ'ল তেওঁ আশাশুধীয়া আৰু পৰিশ্ৰমী। দ্বিতীয়টি হ'ল তেওঁৰ প্ৰকৃতি অন্তৰ্মুখী। তেওঁৰ চকুযুৰি বুদ্ধিদীপ্ত আছিল। মনতো আত্মবিশ্বাস দেখিছিলো। আমাৰ উমৈহতীয়া বন্ধু জনদিয়েকো আছিল; মোৰ লগত তেওঁৰ সম্পৰ্ক গাঢ় হৈ উঠা নাছিল যদিও সম্ভৱতঃ আমি দুয়ো পৰস্পৰে পৰস্পৰক বুজিছিলো আৰু আন্তৰিক আকৰ্ষণো আছিল। বহুত বছৰৰ মূৰত ব্ৰজেন বৰুৱাৰ শিল্প-নিষ্ঠাৰ ওপৰত আস্থা ৰখা তেওঁৰ এজন বন্ধুৰ মুখত (কুমাৰ যতীন্দ্ৰনাৰায়ণ দেৱ) শুনিছিলো ব্ৰজেন বৰুৱাৰ সম্ভাৱনাৰ কথা। ব্ৰজেন বৰুৱা তেতিয়া নীৰৱতাৰ বুকুত বিলীন হৈ গৈছিল যেন অনুমান হৈছিল। দুই এখন ব্যৱসায়িক ভাৱে সফল বোলছবি উলিয়াইছিল, যদিও তেওঁৰ প্ৰচেষ্টাবোৰৰ সম্পৰ্কে মোৰ বিশেষ ধাৰণা নাছিল। এবাৰ মোৰ 'ইয়াৰুইংগম'খন তেওঁ চিনেমা কৰিবলৈ বিচাৰিছিল। মই কিছুমান কাৰণত দ্বিধাবোধ কৰিছিলো। বৰুৱা বোধহয় মনে মনে ক্ষুণ্ণ হৈছিল আৰু কৈছিল, "আনবিলাকৰ তুলনাত মই ভাল বোলছবি উলিয়াম।" মোৰ দুখ লাগিছিল। আনহাতে এই আত্মবিশ্বাসে মোক অভিভূতো কৰিছিল। তাত লেশমানো অহংকাৰ নাছিল। কেতিয়াবা কেতিয়াবা মোৰ নিজৰ আচৰণৰ মই নিজে কাৰণ বিচাৰি নেপাওঁ। এই মুহূৰ্ত্তটো তেনে হৈছিল। জীৱনৰ পুনৰ আমি এই বিষয়ে আৰু কথা হোৱা নাই।

ইয়াৰ পিছত বহুত বছৰৰ মূৰত যেতিয়া আমি পুনৰ চিনেমাৰ গল্পৰ কথা পাতিছিলো, তেতিয়া ব্ৰজেন বৰুৱাৰ চিনেমা গল্প সম্পৰ্কে ধাৰণা স্পষ্ট হৈ গৈছে। (মই এই ধাৰণা গ্ৰহণ কৰা নাছিলো।) ইতিমধ্যে তেওঁ চিনেমা নিৰ্মাণৰ ক্ষেত্ৰত নিম্নতম সুবিধাৰ ভেটিত উচ্চতম ফলশ্ৰুতি কেনেকৈ লাভ কৰিব পাৰি তাৰ এটা সমাধান-সূত্ৰ উলিয়াই পেলাইছে। চিনেমা-গল্প মানে সাধাৰণতে বুজোৱা হয় এখন জনপ্ৰিয় চিনেমা কৰিবলৈ লগা কাম চলোৱা গল্প। মই জানিছিলো চিত্ৰ-নাট্য বেলেগ বস্তু আৰু আমি সেই সম্পৰ্কে কিছু আলোচনাও চলাইছিলো। চিনেমাৰ বাবে গল্প লিখাৰ কথা ব্ৰজেন বৰুৱাই উলিয়াইছিল। মই এই ভাবৰ দ্বাৰা আকৃষ্ট নহলো,—যদিও আন আন লেখকৰ দৰে মোৰো গল্প বোলছবিত ৰূপান্তৰিত হোৱা দেখিবলৈ মই বাঞ্ছা নকৰা নহয়। মোৰ ভয় আছিল এটাই। মই নিজৰ অন্তৰ-বাণীৰ কথা নুশুনি বাহিৰৰ বাণীৰ কথা শুনিব লাগিব। তেতিয়াই কলাৰ মৃত্যু হ'ব। বহুত ঠেকা খাই আৰু বাহিৰৰ বিভ্ৰান্তিৰ দ্বাৰা পীড়িত হৈ মই তেতিয়া সেই সত্য গ্ৰহণ কৰিছোঁ। তথাপি আমি বহুত সময় আলোচনা কৰিলো। তেওঁৰ আত্মবিশ্বাস তেতিয়া স্পষ্টভাৱে চকুত ফুটি উঠিছিল। মই অন্তৰৰ পৰা আশা কৰিছিলো তেওঁ এজন ভাল পৰিচালক হৈ উঠিব আৰু বোলছবিক প্ৰকৃত পক্ষে কলালৈ ৰূপান্তৰিত কৰাৰ ক্ষেত্ৰত বৰঙনি যোগাব।

*

আমি যেতিয়া কটন কলেজত পঢ়োঁ, তেতিয়া দেশক বৃটিঃশৰ আধিপত্যৰ পৰা মুক্ত কৰাই আমাৰ ছাত্ৰসকলৰ পৰম আকাঙ্ক্ষা আছিল। "সাম্ৰাজ্যবাদী যুদ্ধত পইচা আৰু মানুহ" নিদিওঁ বুলি সংকল্প গ্ৰহণ কৰি জাতিয়ে সত্যাগ্ৰহ আন্দোলন কৰিছিল। আমাৰ কলেজত এখন প্ৰদৰ্শনী বৰ্জ্জন কৰা লৈ ডাঙৰ বিক্ষোভ হৈছিল। এটা শোভাযাত্ৰাত লাঠি চাৰ্জ হোৱাৰ ফলত বহুতো ছাত্ৰ জখম হয়, আৰু তাৰ ফলত সমগ্ৰ অসমতে এক সৰ্ববৃহৎ আন্দোলনেও দেখা দিয়ে। ১৯৪১ চনৰ ডিচেম্বৰ মাহত হোৱা এই আন্দোলনত অসমৰ সমগ্ৰ

ছাত্ৰ সমাজে ভাগ লৈছিল। ই আমাৰ মুক্তিৰ চেতনা জগাই দিছিল। পিচ বছৰৰ আগষ্ট মাহত বিয়াল্লিছৰ বিপ্লৱ। অসমত এই বিপ্লৱ ভাৰতৰ অন্যান্য অঞ্চলৰ তুলনাত বৃহত্তৰ আছিল। কবিম কিম্বা মৰিম পণ লৈ ছাত্ৰসকল গাৱেঁ গাৱেঁ সোমাই গৈ অন্যায় অত্যাচাৰ অসাম্যৰ বিৰুদ্ধে প্ৰতিৰোধ সংগ্ৰাম গঢ়ি তুলিছিল। কেইবাজনো ডেকা আৰু কেইবাগৰাকীও ডেকাৰ আত্মবলিদানে আমাৰ অন্তৰত অভূতপূৰ্ব প্ৰেৰণাৰ সৃষ্টি কৰাৰ উপৰিও সৃষ্টিৰ সীমাৰ পৰা অসীমৰ ৰোমাঞ্চকৰ জগতত সোমাবৰ বাবে সাহস জগাই দিছিল। আন্দোলনৰ শেষত যেতিয়া ছাত্ৰসকল পুনৰ কলেজলৈ ঘূৰি আহিল, তেতিয়াও তেওঁলোকৰ মনত অসম্পূৰ্ণ জাতীয় বিপ্লৱৰ স্বপ্ন। ১৯৪৬ চনত ডঃ ৰাম মনোহৰ লোহিয়াৰ নেতৃত্বত অসমত ছচিয়েলিষ্ট দল গঠিত হয়, আৰু এই সময়তে বহুতো যুৱক সমাজবাদী আন্দোলনলৈ আকৃষ্ট হয়। সেই আন্দোলনৰ ঢউৱে যিসকল ডেকা গায়ক আৰু সুৰকাৰৰ মন কোবাই গৈছিল, ব্ৰজেন বৰুৱা আছিল সেইসকলৰ এজন। সেই কোমল বয়সতে তেওঁ গানত সুৰ দিছিল আৰু শ্ৰোতাৰ প্ৰিয়পাত্ৰ হৈছিল। মোৰ আৰু অজিতমল্ল বৰুৱাৰ গান কেইটামানত সুৰ দিয়াৰ কথা মনত পৰে।

মই এইবোৰ কথা স্মৃতিৰ পৰা ক'ব লগা হৈছে। এদিন তেওঁ মোৰ লগত সুৰ আৰু গানৰ বিষয়ে আলোচনা কৰোতে অসমীয়া লোকগীতবোৰৰ সুৰ পুনৰজীৱিত কৰাৰ প্ৰয়োজন সম্পৰ্কে কোৱা মনত পৰে। এই প্ৰসংগত তেওঁ 'হুৰ্ হুৰ্ বটা চৰাই'—এই গীতটোৰ আহিঁত ৰচনা আৰু সুৰ সংযোজনা কৰি এটি জনজাগৰণমূলক গীত গোৱাৰ কথা ভাবিছিল। মোক এই গীতটো ৰচি দিবলৈ কৈছিল।

স্বাধীনতাৰ পিছত আন আন শ্ৰেণীৰ দৰেই প্ৰগতিশীল শিল্পী আৰু সাহিত্যিকসকলে আশা কৰিছিল স্বাধীনতাই শিল্প আৰু সাহিত্য চৰ্চাৰ পৰিৱেশ উন্নত কৰিব। কিন্তু যোৱা ২৫ বছৰৰ অভিজ্ঞতাই দৰ্শালে সচেতন শিল্পী আৰু সাহিত্যিকসকলে ভাত মুঠি আৰু মুক্তিৰ বাবে সংগ্ৰাম কৰোতেই কাল কটাব লগা হ'ল। ফলত বহুতৰ কণ্ঠ আৰু লেখনি অকালতে নীৰৱে হৈ পৰিল। বহুতে ক্ষয়িষ্ণু উচ্চ মধ্যবিত্ত শ্ৰেণীৰ পৃষ্ঠপোষকতা লাভ কৰিবলৈ গৈ আচল মূল্যবোধ বিসৰ্জন দি এই শ্ৰেণীৰ তৰল আৰু অশ্ৰদ্ধাপূৰ্ণ জীৱন-দৃষ্টি গ্ৰহণ কৰি অধঃপাতে গ'ল। সুস্থ, উন্নত পৰম্পৰা আৰু মূল্যবোধ হেৰুৱাই পেলালে। কিছুমান চিভিল চাৰ্ভিচ আদিৰ অন্ধকূপত সোমাই প্ৰাণশক্তি নিঃশেষ কৰিলে। স্বাধীন দেশৰ চৰকাৰে সৃষ্টিৰ সংগ্ৰামত সহায় কৰা দূৰৰ কথা, শিল্পী-সাহিত্যিকসকলৰ অৰ্থনৈতিক সমস্যা সমাধানতো একো বৰঙনি যোগাব নোৱাৰিলে। প্ৰকাশকসকলে লেখকসকলক নিৰ্দিষ্ট ৰয়েলিটি দিয়াৰ সুবন্দোৱস্তও তেওঁলোকে নকৰিলে। শিল্পীসকলক প্ৰযোজকে কৰা



শোষণবো অন্ত নপৰিল। বন্দুৱা আৰু খেতিয়কসকলৰ দৰে শিল্পী সাহিত্যিকসকলবো নিজা স্বত্ব আছে। এই স্বত্ব জীৱিকাৰ আয়ৰ আৰু সাধনাৰ।

ব্ৰজেন বৰুৱাৰ জীৱনতো বিপৰ্যয় আহিল আৰু তেৱোঁ পৃষ্ঠপোষকতাৰ বাবে উচ্চ মধ্যবিত্ত শ্ৰেণীৰ লগত মিত্ৰতা কৰিব লগাত পৰিল। ইয়াৰ ফলত মুক্ত সৃষ্টিৰ সম্ভাৱনা হ্ৰাস পালে। কিন্তু গান আৰু বোলছবিৰ বাবে নিষ্ঠা তেওঁৰ অটুট আছিল। অৱশ্যে উক্ত মিত্ৰতাৰ ফলত তেওঁৰ ওপৰত ব্যৱসায়বাদবো প্ৰভাৱ পৰে। বংগ দেশত বোলছবি শিল্পী বা আন কলাৰ কিছু দূৰ সুস্থ বিকাশ ঘটিছে। ইয়াৰ মূলতে তেওঁলোকৰ এচাম শিল্পীৰ সুস্থ পৰম্পৰাৰ প্ৰতি আৰু সুস্থ জীৱনবোধৰ প্ৰতি আনুগত্য। অসমত সমালোচনা-সাহিত্য দুৰ্বল বাবে শিল্পী-সাহিত্যিকসকলৰ সুচেতনা সময় মতে সজাগ কৰি ৰখাও সম্ভৱপৰ নহ'ল।

নানা অসুবিধাৰ সন্মুখীন হৈও একান্ত মনে অসমত বোলছবি নিৰ্মাণৰ জটিল সংগ্ৰাম চলাই থকাটোৱেই বৰুৱাৰ জীৱনৰ ঘাই বৈশিষ্ট্য। এই বিষয়ত তেওঁ দুই এজন শুভাকাংখী বন্ধুৰ সহায়ো পাইছিল। 'মুকুতা' উলিওৱাৰ পিছত এদিন তেওঁৰ লগত আলোচনা কৰোতে কৈছিলো "'ডঃ বেজবৰুৱা' আৰু 'মুকুতা' দুয়োখনেই ব্যৱসায়িক ভাৱে সফল ছবি। মুকুতা দুই এটা বিষয়ত ইখনতকৈ উন্নত। এতিয়া আপুনি এই ক্ষেত্ৰত যি পটুতা অৰ্জন কৰিছে, সেই পটুতা যেন আচল জীৱন আৰু মানৱতাৰ মূল্য বোধ প্ৰকাশ কৰাত ব্যৱহাৰ কৰে।" ই আছিল বন্ধুৰ দাবী। বৰুৱাৰ বন্ধু সদা মৰলো তেতিয়া তাত আছিল। ব্ৰজেন বৰুৱাক বহুত দিনৰ মূৰত লগ পাইছিলো। কথা কওঁতে আত্মবিশ্বাসৰ উপৰিও দক্ষতা প্ৰকাশ কৰিছিল। তেওঁ বিভিন্ন দেশী আৰু বিদেশী বোলছবিৰ কলা-কৌশল সমালোচনামূলক দৃষ্টিৰে বিচাৰ কৰি চাই ইতিমধ্যে অসমীয়া ছবি নিৰ্মাণৰ বিষয়ে কিছুমান নিজা ধাৰণা কৰি লৈছিল। এইবিলাক বিষয়ত মোৰ মন্তব্য নিষ্প্ৰয়োজন। কিন্তু তেওঁ মোৰ পৰামৰ্শটো সাদৰেৰে গ্ৰহণ কৰি ক'লে "এটা ভাল গল্প বিচাৰি আছো।" মোৰ ভাব হ'ল বৰুৱাই সুদীৰ্ঘ সংগ্ৰামৰ মাজেদি নিৰ্মাণ কাৰ্যত যি পটুতা অৰ্জন কৰিছে, সেই পটুতা কলা আৰু মানৱৰসৰ বেদীত নিবেদন কৰিবলৈ ইচ্ছুক। এই প্ৰতিশ্ৰুতি পাই মই আনন্দ পাইছিলো। আৰু তেওঁৰ পৰা যথেষ্ট আশা কৰিছিলো। মোৰ ভাৱ হৈছিল তেওঁ কিজানি এদিন এই প্ৰতিশ্ৰুতি পালন কৰিবলৈ সমৰ্থ হ'ব। কিন্তু নিষ্ঠুৰ কালে অকালতে তেওঁক আমাৰ মাজৰ পৰা হৰণ কৰি লৈ গ'ল। আমি সকলোৱেই এদিন মৰিব লাগিব। কিন্তু অকাল মৰণ অসহ্য। নিশ্চয় আমাৰ জীৱন-ধাৰণ প্ৰণালীত বহুত ভুল আছে। নহলে কিয় এনে হ'ব?

## ভূপেন হাজৰিকা

### ব্ৰজেন আজি ঘৰলৈ উভতিব

গুৱাহাটী। নিজবাপাৰ। ২৮ জুন '৭২। পুৱা চাৰে ন বাজোঁ বাজোঁ মোলৈ জনৈক বন্ধুৰ ফোন। আৰু এজনৰ। আৰু বহুতৰে ফোন। ক্রিং ক্রিং ক্রিং ক্রিং ক্রিং ক্রিং প্রত্যেকটো ক্রিং যেন কোনো এখন নিষ্ঠুৰ কথাছবিৰ লাউড চাউণ্ড ট্রেকৰ ক্রেশ্ব মিউজিক......'শুনিছেনে হাজৰিকা ......ব্ৰজেন বৰুৱা আজি ......গোলাঘাটৰ পৰা আহি আছে ......নিশা পাৰহি......।' ফোনৰ ৰিচিভাৰটো সোঁ হাতৰ মুঠিৰে জোৰেৰে টিপামাৰি ধৰি নিৰুত্তৰ হৈছোঁ। মোৰ সৰু কোঠাটোত বাৰে বাৰে যেন বহুজনে বহুবাৰ একে কথাকে চিঞৰিছে—ব্ৰজেন আজি ঘৰলৈ উভতিব ......ব্ৰজেন আজি ঘৰলৈ উভতিব......

উধাতু খাই মোৰ ভাই অমৰ আৰু জয়ন্তক লৈ যেতিয়া ব্ৰজেনৰ লতাশিলৰ পুৰণি ঘৰ পাওঁগৈ তেতিয়া মৰম লগা অকণমানি লৰা মনজ্যোতিয়ে (ব্ৰজেনৰ প্রথম লৰা) ঘৰৰ সমুখত হঠাতে গোট খোৱা আমাৰ আৰু বহুতৰে মুখলৈ চাইছে। ব্ৰজেনৰ দ্বিতীয় শিশু ছোৱালীটিয়ে ইটো-সিটোৰ মুখলৈ চাইছে। একো বুজা নাই। ব্ৰজেনৰ লৰাটিয়ে ব্ৰজেনলৈ বাট চাইছে। গোলাঘাটৰ পৰা আহিব দেউতাক। মজাৰ খবৰ এটা দিব। দেউতাকে দুয়ো হাতেৰে তাক আকাশলৈ তুলি কবঃ—চাবাচ বেটা—। মনজ্যোতিয়ে স্কুলত এইবাৰ ডবল প্রমোশ্যন পাইছে যে! প্ৰগেছ ৰিপৰ্ট দেখুৱাব। হঠাৎ এটি কৰুণ কান্দোনৰ ধ্বনি। ব্ৰজেনৰ অৰ্দ্ধাঙ্গিনীৰ কণ্ঠ। মোক তেওঁ গোচৰ দিছে...... 'ফুলপাহ মেল খাইছিল মাথোঁ— ......কিয় ......কিয় ......কিয় কাঢ়ি নিলে ইমান সোনকালে......!' আমাৰ চকুলোহে একমাত্র উত্তৰ। ব্ৰজেনৰ ভনীয়েক-ককায়েক-ভায়েক সকলো নিৰুত্তৰ। আমি নিৰুত্তৰ। মাথোঁ একাষলৈ মাতি নি মোৰ চকুলো লুকুৱাই মনজ্যোতিক ফুচুলাইছোঁ...... 'বাবা, দেউতা আহিব নহয় ঘৰলৈ...... আজি সন্ধিয়া...... তেতিয়া কবা দেই তোমাৰ ডবল প্রমোশ্যনৰ



কথা......।' সিটো কোঠাত ব্ৰজেনৰ বৃদ্ধ পিতাক মই লগ ধৰোঁতে মাথোঁ কৈছে ......'এইবিলাক কথা আমাৰ গালৈহে আহিব লাগে ......ভূপেন বোপা......আমি বুঢ়া মানুহ......তাক কিয় ......তাক কিয়......।' নকৰ কিয়? তেখেতৰ তেৰটি ল'ৰা-ছোৱালী আজি ইমান দিনে দপদপাই আছে বিভিন্ন ক্ষেত্রত......জাগ্রত জীৱন্ত হৈ আছে......। যদিও তেখেতৰ সহধৰ্মিণীক (ব্ৰজেনৰ মাতৃ) কিছুদিন আগতে হেৰুৱাইছে—তথাপি বৃদ্ধ পিতাই এই তেৰটি ল'ৰা-ছোৱালীৰ এটিকোতো হেৰুওৱা নাই। আজি কিয় এজনক লৈ গল......? ইয়াৰ উত্তৰ কোনে দিব?

দুপৰীয়া আকাশবাণীৰ দিল্লী কেন্দ্রৰ সৰ্বভাৰতীয় বাৰ্তাৰিত কোৱা হৈ গল......ব্ৰজেন বৰুৱা আৰু নাই। গুৱাহাটী মহানগৰীৰ জনস্রোত।...... লক্ষ্যঃ ব্ৰজেন বৰুৱাৰ ঘৰ।...... আমি ব্ৰজেনক আজি গুৱাহাটীখন শেষবাৰলৈ ফুৰাব লাগিব। ব্ৰজেন আজি ঘৰলৈ উভতিব।

—ঠিক চাৰে আঠ বজাত ব্ৰজেন আহিল। গোলাঘাটৰ পৰা আহোঁতে ব্ৰজেনক বাটে বাটে বহুতে লগ পাইছে ......মৰম যাচিছে—চকুলোৰে ......নমস্কাৰেৰে ......ফুলেৰে ......সেয়ে ঘৰলৈ ওভতোঁতে পলম হৈছে...... জীপ এখনৰ পৰা ব্ৰজেন নামিল......আজি কিন্তু ব্ৰজেন চাৰিজন ডেকা লৰাৰ কান্ধত উঠি নামিছে......! বৃদ্ধ পিতৃ, সহধৰ্মিণী, ককায়েক-ভায়েক-ভনী, পুত্র-কন্যা...... আৰু সহস্র সহস্র শুভাকাঙ্ক্ষীয়ে এবাৰ দৰ্শন বিচাৰিছে ব্ৰজেনৰ।......মাথোঁ এবাৰ। পুলিচে জনতাক কণ্ট্ৰল কৰিবলৈ টান পাইছে......ধূপ-ধুনা......বৰগীত, হৰিনামৰ বোলেও পৰিয়ালবৰ্গৰ ক্রন্দন ধ্বনিক তল পেলাব পৰা নাই......।

ব্ৰজেনক লৈ বিৰাট শোভাযাত্রা ওলাল।......চিৰনিদ্রামগ্ন ব্ৰজেনৰ নিচেই কাষতে ম্রিয়মান ভ্রাতৃ নিপ বৰুৱাও। ট্রাকত। আমি দুয়ো ওচৰাওচৰি। শোভাযাত্রাৰ সমুখত পুলিচৰ পায়লট মটৰ চাইকেল...... পিচত অজস্র মানুহ ......তাৰ পিচত গুৱাহাটীৰ অটোৰিক্সা এশখন। (আজি কাম বন্ধ কৰি, এই উদাৰ শিক্ষিত চালক সকলে শিল্পী ব্ৰজেনক সন্মান জনাবলৈ আহিছে)...... তাৰ পিচত বহুতো গাড়ী......বিৰাট শোভাযাত্রা......ট্রাকত ব্ৰজেন শুই আছে...... প্রগতি শিল্পী সংঘত মাল্য প্রদান......কুমাৰ ভাস্কৰ নাট্য মন্দিৰত বিভিন্ন সাংস্কৃতিক সন্থাৰ শ্রদ্ধা নিবেদন ......ব্ৰজেনৰ পৰিচালনাত অভিনয় কৰা কেইবা গৰাকীও বিশিষ্ট নায়কৰ অশ্রুসিক্ত কৃতজ্ঞতাৰ আলপৈচান...... শোভাযাত্রা গৈ আছে ফাঁচীবজাৰৰ পিনে......মই হেৰাই গৈছোঁ কোনোবা সুদূৰ অতীতত......ব্ৰজেন ......ব্ৰজেন ......ব্ৰজেন বৰুৱা মোৰ প্রায় সমবয়সী...... আমাৰ 'লাইন' (এইটো ফিল্ম শিল্পৰ ভাষা!) প্রায় একে। ব্ৰজেনে গান গায়, সুৰ দিয়ে, সংগীত পৰিচালনা কৰে, ছবিৰ কাহিনী লিখে, ছবি পৰিচালনা

কৰে, অভিনয় কৰে। জীৱিকা নিৰ্বাহৰ বাবে ময়ো তাৰে কিবা কেইটামান কৰোঁ। আমি দুয়ো দুয়োৰে সমস্যাবোৰ বুজোঁ।...... ব্ৰজেন তেতিয়া কটন কলেজৰ ছাত্ৰ। বিষ্ণুদাই ব্ৰজেনক গীত শিকাইছে......'স্পন্দন তোৰ জাগেনে ?' ব্ৰজেনে সুন্দৰকৈ গীত গাইছে। শ্ৰোতাৰ হাত চাপৰি পাইছে। লগৰ বন্ধু এজনক কৈছেঃ 'দেখিছা বিষ্ণুদাই মোক একে নিশাতে কলেজৰ হিৰো কৰি গৈছে!' ব্ৰজেন সদায় হিৰো আছিল। তাৰ পিচত ব্ৰজেন গুচি গৈছে কলিকতাৰ চিটী কলেজলৈ। তেতিয়াৰ কলিকতা বৰ অশান্ত। এফালে বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সংগ্ৰাম আনফালে সাম্প্ৰদায়িক অশান্তি। কবি অমূল্য বৰুৱাৰ প্ৰাণ নাশ কৰে কোনোবা দুৰ্বৃত্তই তেতিয়াই। ......ব্ৰজেন গুচি আহিল কলিকতা এৰি থৈ। সংগীতত, নাটকত, কলিকতাত ঘটা সেই সময়ৰ বেনেচাঁৰ সৈতে পৰিচালিত হৈ উভতি, ব্ৰজেনে গুৱাহাটীত অৰ্কেষ্ট্ৰেশ্যনৰ পিনে চকু দিলে। গণনাট্য সংঘত আমি সহকৰ্মী। মই গীত গাওঁ বচোঁ। ব্ৰজেনে অৰ্কেষ্ট্ৰাত সৃজনীপ্ৰতিভা ঢালি দি নামাকৰণ কৰে ৱাৰ এণ্ড পীচ......যুদ্ধ আৰু শান্তি। ......অৰ্কেষ্ট্ৰাত সমাজ সচেতনতা আনে ব্ৰজেনে।

ব্ৰজেনৰ সুন্দৰ এচৰাজ বাদন, তবলা বাদন বহুতো কৰ্টনিয়ানে পাহৰিব নোৱাৰে। তাৰ পিচত আহিল ব্ৰজেনৰ সংগীত পৰিচালনাৰ অধ্যায়......আপোন ভ্ৰাতৃ নিপ বৰুৱাৰ ছবি— 'স্মৃতিৰ পৰশ', 'মাক আৰু মৰম', 'নৱকাসুৰ', 'আমাৰ ঘৰ', 'ভক্ত প্ৰহ্লাদ' আৰু আনৰ ছবি 'লাচিত বৰফুকন', 'লখিমী' আদি ব্ৰজেনৰ সুসংযোজনাৰ উজ্জ্বল স্বাক্ষৰ। ......এইবাৰ ব্ৰজেনৰ নিজৰ জীৱন সংগ্ৰাম আৰম্ভ হল। ব্ৰজেনে বিয়া কৰালে। সংগ্ৰাম আৰম্ভ কৰিলে হাস্যৰসেৰে। 'ইটো সিটো বহুতো'ত নটসূৰ্য্য ফণী শৰ্মাদেৱকো হাস্যৰসিক বেশে উলিয়ালে। ......এইবাৰ ব্ৰজেন পৰিচালক হল।......কেনে পৰিচালক? ডঃ বেজবৰুৱাত ক্ৰাইম ড্ৰামাৰ অৱতাৰণা কৰিলে। বহিৰ্দৃশ্যত সম্পূৰ্ণ ছবি শেষ কৰিলে। ব্ৰজেন সফল হ'ল। ব্যৱসায়ৰ ক্ষেত্ৰতো 'ম'ষ্ট চট আফটাৰ' পৰিচালক। নাথিং চাকচিডচ লাইক চাকচেচ। পুনৰ 'মুকুতা'ই দিলে নিৰ্মল শিশুকো মনৰ খোৰাক। পূৰ্ণ বয়স্ক নাৰীক 'মুকুতা'ই কন্দুৱালে। আৰু এখন হিট ছবি। তাৰ পিচত আহিল 'ললিতা'। ললিতা—ললিতা—......আমাৰ নীৰৱ শোভা-যাত্ৰা তেতিয়া গুৱাহাটীৰ শিখ মন্দিৰৰ ওচৰ চাপিছে। ব্ৰজেনক আজি গোলা-ঘাটৰ পৰা লৈ অহা নায়ক বিজু ফুকনে মোক কৈছেঃ 'ভূপেনদা, গোলাঘাটত ডাক বঙলাত আজি প্ৰায় এসপ্তাহ আগতে ব্ৰজেনদাৰ সৈতে ভূতৰ গল্প পাতিছিলোঁ। (তেতিয়া 'ওপজা সোণৰ মাটি'ৰ শুটিং পূৰোদমে চলিছে)। নিশা ব্ৰজেনদাই হাঁহি মাৰি কলে—হেৰা বিজু, মোৰ আজি অলপ ভয় লাগিছে। তুমিও এই বঙলাতে শোৱা। তাৰ পিচত গভীৰ নিশা ডাক বঙলাৰ চৌপাশে এটা কুকুৰে বৰকৈ ভুকাত দুয়ো সাৰ পালে। ব্ৰজেনে তেতিয়া বিজুক ক'লেঃ



'হেৰা বিজু! বেয়া সপোন এটা দেখিলোঁ। জানা? 'ললিতা'-খন লৈ, মোক কোনোবা এজনে জোকাইছে!'

......কথাটো শুনি মোৰ বুজিবলৈ বাকী নেথাকিল যে এজন স্ৰষ্টাই মন-প্ৰাণ ঢালি নিৰ্মাণ কৰা এখন বোলছবি যদি কিবা কাৰণত ৰাইজৰ গ্ৰহণযোগ্য নহয় তেন্তে সেই চিন্তাই তেওঁক শয়নে-সপোনে খুলি খুলি খায়।......ব্ৰজেনে কিন্তু নকয়। ব্ৰজেনে অক্লান্ত পৰিশ্ৰম কৰি (ফিল্ম নিৰ্মাণত শাৰীৰিক কষ্ট কিমান হয় সেইটো ফিল্ম কৰা সকলেহে ভালকৈ বুজে!) যেতিয়া ভাগৰি পৰে—যেতিয়া বুকুখন অলপ অলপ বিষায়, তেতিয়া কাকো নকয়। আনকি নিজৰ সহধৰ্মিণীকো। ককায়েক দৈত্যেন বৰুৱাই মোক কলে—'ব্ৰজেনক স্বাস্থ্যৰ প্ৰতি চকু দিবলৈ কলে সি কয়, 'এঃ বাদ দে'।—ব্ৰজেনে কাকো নকয়। ব্ৰজেনে তেতিয়া অভিনয় কৰে। ব্ৰজেন সুন্দৰ অভিনেতাও যে।—প্ৰমাণঃ 'ডঃ বেজবৰুৱা', 'মুকুতা', 'ললিতা'ৰ তিনিটা শক্তিশালী চৰিত্ৰাভিনয়। ১৯৭০ চনত ডঃ বেজবৰুৱাৰ বাবে যেতিয়া ৰাষ্ট্ৰপতিৰ ৰূপৰ পদক পায় তাৰ পিচত এদিন কলিকতাৰ ফিল্ম চাৰ্ভিচ লেবৰেটৰীত আমি বহুপৰ কথা পাতিছোঁ। ব্ৰজেনে কথাই কথাই কৈছিল—'আচল মেডেল হল ৰাইজ। ৰাইজে গ্ৰহণ নকৰিলে মৰিবৰ মন যায়!' মই কলোঁ, 'কোনোখন ৰাইজে গ্ৰহণ কৰিব, কোনো-বাখন নকৰে—ই এটা খেলা।' ব্ৰজেনে তেতিয়া চকু টিপ মাৰি উত্তৰ দিলে—'এৰা, ভাল জুৱাখেলাখন খেলি আছোঁ।' দুয়ো হাঁহিলো। আৰু দুয়ো নিজ নিজ এডিটিং কক্ষলৈ সোমাই গলোঁ। তেওঁ 'মুকুতা'লৈ। মই 'এখানে পিঞ্জৰ'লৈ।...... আৰু এদিনৰ কথা। প্ৰায় তিনি বছৰমান আগতে গুৱাহাটীৰ পুথিভঁৰালত মই গীত গাই আছোঁ। অনুৰোধৰ পিচত অনুৰোধ। হঠাৎ এটি অনুৰোধ—'অস্ত আকাশৰে সপোণ ৰহণ সানি ক্লান্তি লুইতৰে হেঙু-লীয়া পানী বৈ যায়' গীতটো গাওঁ যেন। সেই অনুৰোধকাৰীজন কোন? সেয়া ব্ৰজেন বৰুৱা। তেওঁৰ ওচৰতে আছিল কবি গীতিকাৰ হীৰেণ ভট্টাচাৰ্যও। মই হাঁহি মাৰি আনন্দেৰে সেই পুৰণি গীতটি গালোঁ। ভালকৈ গালোঁ। কাৰণ, সেইটো মোৰ প্ৰায় সমবয়সী, সহকৰ্মী, সমসাময়িক স্বয়ং ব্ৰজেনৰ প্ৰিয় গীত। নিৰ্মল আন্তৰিকতাৰ পৰা ওলোৱা অনুৰোধ। সৰু লৰাৰ দৰে কৰা অনুৰোধ। শোভাযাত্ৰা নৱগ্ৰহ শ্মশানৰ ওচৰ পালেহি। ব্ৰজেনক চাবলৈ তাতো লোকে লোকাৰণ্য।...... দুদিনমান আগতে ব্ৰজেনৰ শেহতীয়া ছবি 'ওপজা সোণৰ মাটিৰ' দৃশ্য গ্ৰহণ শেষ কৰি ব্ৰজেনে কলাকুশলীসকলক কৈছে—'এই ছবি শেষ। এতিয়া সম্পাদনাহে বাকী। আপোনালোক ঘৰাঘৰি যাওঁকগৈ। মই ২৮ তাৰিখে ঘৰলৈ যামগৈ।' ব্ৰজেন এক কথাৰ মানুহ। ব্ৰজেনে ঠিক সেই তাৰিখতে উভতিলে ঘৰলৈ। নৱগ্ৰহত চিৰনিদ্ৰা লবলৈ। মনজ্যোতিয়ে ডবল প্ৰমোশ্যনৰ কথা দেউতাক কবলৈ বাকী থাকি গ'ল। 'বুইছা, ওপজা সোণৰ

মাটিখন শেষ কৰিম সোনকালে, কিয়নো তাৰ পিচতে লাগি যাম 'হৰিশ্চন্দ্ৰ' ছবিখনত। তাৰ পিচত এটা ঘৰ সাজিম। বুলি তেওঁৰ তত্বাৱধানত অভিনয় কৰা এজন নায়কক সিদিনা মাথোঁ ব্ৰজেনে কৈছিল। নিচেই ওচৰতে থকা শিল্পী এগৰাকীৰ মতে শেষৰ কেইদিন যেন ব্ৰজেন বৰ অশান্ত আছিল। কৈছিল, 'মোৰ বৰ ভাগৰ লাগিছে। অলপ শুবলৈ দিয়া।' নলীন দুৱৰাক এবাৰ টানকৈ কৈছিল—'ডাক্তৰ কিয় লাগে? মোক অলপ মাথো বিশ্ৰাম লাগে। মোৰ একো হোৱা নাই।' ২৭ জুনৰ নিশা বুকুৰ বিষ। ডাক্তৰৰ অক্লান্ত পৰিচৰ্য্যা। শুভাকাংক্ষীসকলৰ আলপৈচান। তাৰ পিচত হৰ্চাপিতেলাইজেশ্যন। প্ৰশান্ত হাজৰিকাই হাত পিহিছে। ব্ৰজেনৰ দুচকুত পানী। এবাৰ ডাক্তৰৰ পিনে চাই ব্ৰজেনে বগৰ কৰি কৈছে 'কি ডাক্তৰ, অসহায় যেন লাগিছে নেকি?' শেষবাৰৰ সংগ্ৰাম। তাৰ পিচত ব্ৰজেনে ইংৰাজী কৈছে —'আই উইল ডাই'।......কিছুপৰ পিচত পুৱা ৭ বজাত গোলাঘাটত সকলো শেষ। ব্ৰজেনৰ জীৱনৰ-বোলছবিৰ শেষ শ্বট হৈছে— নিশা প্ৰায় বাৰ বজাত। নৱগ্ৰহ শ্মশানৰ গছ এজোপাৰ তলত অকলে থিয় হৈ মই একুৰা জুইক চাইছোঁ—যাৰ নাম ব্ৰজেন। সেই জুইৰ উত্তাপত অনুপ্ৰেৰণা আছে—অসমৰ উঠি অহা সংগ্ৰামশীল শিল্পী চামক আগুৱাই নিয়াৰ। ব্ৰজেনে শেহতীয়া ছবি 'ওপজা সোণৰ মাটি'খন সম্পাদনা নকৰাকৈ গুচি গৈছে। দুটি শিশুৰ বাবে 'ঘৰ' এটা সাজিবলৈ এতিয়াও বাকী। ব্ৰজেন ব্যস্ততাৰ 'ভিকটিম' হল। হি ডায়ড ইন হাৰনেচ। শিল্পীয়ে, বিশেষকৈ অসমীয়া সংগ্ৰামশীল শিল্পীয়ে জিৰণিবিহীনভাৱে কাম কৰিব লগীয়া হয়। নিজৰ জীৱনকৈও আৰ্টক অধিক মূল্য দিয়া শিল্পী আছিল ব্ৰজেন......। গুৱাহাটী মহানগৰীৰ চিনেমা হলৰ শ্ব বন্ধ হল। কলিতাৰ ফিল্ম চাৰ্ভিচেজৰ কলা-কুশলী সকলৰ ৰসায়নাগাৰ বন্ধ হল—ব্ৰজেনৰ সন্মানাৰ্থে। বহুতো মালা পিন্ধোৱা হল। ব্ৰজেন পিচে আৰু নাহে 'ষ্টাৰ্ট কেমেৰা' বুলি কবলৈ। কোনোবা নেদেখা পৰিচালকে ব্ৰজেনৰ জীৱন-চিত্ৰনাট্যৰ এটি চিকুৰেঞ্চৰ, এটি বিশেষ শ্বট লওঁতে—সময়ৰ আগতে চিঞৰি দিলে—কাট্!

......নৱগ্ৰহৰ আকাশত এতিয়া নিশা সুন্দৰ জোন ওলাইছে। ব্ৰজেনৰূপী জুই একুৰা ৰঙা হৈ জ্বলি আছে। ......সহস্ৰ লোকে ম্ৰিয়মান হৈ মৰম শ্ৰদ্ধাৰ চকুলো যাচিছে।

'কেইজন ৰাজনৈতিক নেতাই এই সন্মান পাব বাৰু?' বুলি মোক কৈছে, জ্যোতি ককাইদেউৰ এসময়ৰ সহকৰ্মী প্ৰবীণ শিল্পী শুভ বৰুৱাদেৱে! তাৰ পিচত আকাশৰ জোনৰ পিনে চাই তেওঁ অস্ফুট ভাৱে গাইছেঃ 'ব্লেচ্ড্ বি ডা আৰ্ট ডেট্ ইমমৰটেলাইজেজ......' ব্ৰজেন নাই। অথচ ব্ৰজেন থাকিব। ব্ৰজেন ওপজা সোণৰ মাটিত, ব্ৰজেন সদায় সাধনাৰ জুই হৈ থাকিব। ন ব্ৰজেন ঘৰলৈ উভতিব এই জুইৰ উত্তাপতেই......।





## সমাজ সচেতন শিল্পী ব্ৰজেন বৰুৱা

শিল্প জগতত সুৰস্ৰষ্টা হিচাপে প্ৰবেশ কৰি, পিচলৈ গীতিকাৰ, কাহিনী ৰচক, অভিনেতা আৰু বোলছবি পৰিচালকৰূপে প্ৰতিষ্ঠা লাভেৰে জীৱনৰ এটা পৰম লগ্নত উপস্থিত হৈ হঠাতে আমাৰ মাজৰ পৰা ব্ৰজেন বৰুৱা গুচি গল। মোৰ বাল্য বন্ধু ব্ৰজেনে এই খ্যাতি আৰু প্ৰতিষ্ঠা, —ফুল ছটিয়াই থোৱা আলিত বুটলি পোৱা নাই। যিটো আলিৰে ব্ৰজেন আগুৱাইছিল সেই আলিটোলৈ পূৰ্বসূৰী সকলে আঙুলিৰেহে নিৰ্দেশ কৰিছিল। তেওঁ নিজেহে হাবি কাটি সেই আলি উলিয়াই লব লগীয়া হৈছিল। এই হাবি কাটি যাওঁতে কি পৰিমাণৰ শাৰীৰিক আৰু মানসিক পৰিশ্ৰম হৈছিল, ভুক্তভোগীতকৈ আনে ভালকৈ নাজানে আৰু এই অধিক পৰিশ্ৰমেই ব্ৰজেনক অকালতে মৃত্যু মুখলৈ ঠেলি দিলে।

আমাৰ দেশৰ বৰ্তমান সামাজিক গাঁথনিত শিল্পীৰ স্থান অতি প্ৰয়োজনীয় শ্ৰেণীৰ ভিতৰত নপৰে। এজন খেতিয়ক বা এজন বনুৱাক সমাজে অৱহেলা কৰিলেও তেওঁলোক নথকা কথাটো ভাবিবই নোৱাৰে। সেয়েহে তেওঁলোক অতি প্ৰয়োজনীয় শ্ৰেণীৰ আৰু তেওঁলোকক মিঠা মিঠা কথা কৈ আভুৱা-ভাৰি উৎপাদনৰ পৰিমাণ বঢ়াই ওপৰৰ শ্ৰেণীৰ সকলে নিজৰ সুখ-সম্ভোগ সম্পূৰ্ণ ভাৱে ৰাখিবৰ যত্ন কৰিছে। কিন্তু এজন শিল্পীক স্বাৰ্থান্বেষী সকলে নিজৰ হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰি শ্ৰমজীৱি মানুহক শোষণ কৰাৰ সুবিধাটো হস্তগত কৰিবলৈ সততে চেষ্টাবান হয়। ব্ৰজেনে স্বাৰ্থান্বেষী মহলৰ এই অভিসন্ধিৰ প্ৰতি সততে সজাগ আছিল আৰু সেয়েহে নতুন পদ্ধতি উলিয়াই যিমান কম খৰচত বোলছবি নিৰ্মাণ কৰিব পাৰি তাৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিল আৰু বৃহৎ গোষ্ঠীৰ প্ৰযোজকৰ ওচৰলৈ নগৈ বন্ধু-বান্ধৱ আৰু তেওঁক বুজি-পোৱা সকলৰ পৰা আৰ্থিক সাহায্য লৈ ছবি নিৰ্মাণ কৰিবলৈ যত্ন কৰিছিল।

ব্ৰজেনে বুজি পাইছিল যে সাধাৰণ খাটিখোৱা মানুহৰো জ্ঞানতৃষ্ণা আছে আৰু প্ৰগতিবাদী সৃজনশীল শিল্পৰ যোগেদি তেওঁলোকৰ জীৱন সংগ্ৰাম আগুৱাই নিব পাৰি। সেই কাৰণেই জনসাধাৰণে শিল্প কৰ্মৰ ভিতৰেদি তেওঁলোকৰ নিজৰ বৰ্তমান আৰু ভৱিষ্যতক প্ৰতিবিম্বিত হোৱাটো বাঞ্ছা কৰে। ব্ৰজেনে 'ডাঃ বেজবৰুৱা'ৰ পিচৰ 'মুকুতা'ত বহল মানৱীয়তাৰ ওপৰত গুৰুত্ব দিছিল। আমাৰ দেশৰ হেজাৰ-বিজাৰ মুকুতাৰ আশা-আকাঙ্ক্ষাক কিদৰে বাস্তৱত ৰূপায়িত কৰিব পাৰি তাৰ ইংগিত দিবৰ চেষ্টা কৰিছিল। তাৰ পৰৱৰ্তী বোলছবি 'ললিতা'ত সমাজৰ নিষ্পেষিত ললিতাবোৰৰ জীৱন সংগ্ৰাম তুলি ধৰিছিল। ললিতাত ব্ৰজেনে আফজল মিঞাৰ চৰিত্ৰ ৰূপায়িত কৰিছিল। ব্ৰজেনৰ অতি কঠোৰ সমালোচক সকলেও কবলৈ বাধ্য হৈছিল যে ব্ৰজেনৰ আফজল মিঞাৰ অভিনয় অতুলনীয়। এই চৰিত্ৰটি ৰূপায়িত কৰিবলৈ ব্ৰজেনে প্ৰেৰণা ক'ৰ পৰা পালে? প্ৰকৃততে ব্ৰজেনৰ ভিতৰত এজন আফজল সোমাই আছে। তাৰ অন্তৰত ধৰ্মৰ বিভেদ, শ্ৰেণীৰ বিভেদ বা আন কোনো ঠেক মনোবৃত্তি নাছিল। খাটি খোৱা মানুহে তাৰ ন্যায্য প্ৰাপ্য আদায় কৰিব পাৰে জীৱন সংগ্ৰামৰ যোগেদি। কোনোবাই দুৰ্বল মুহূৰ্তত এটা ভুল কৰিলেও সেই ভুল অমাৰ্জনীয় হব নোৱাৰে। তাক শুদ্ধ কৰি লৈ সমাজে আঁকোৱালি ধৰাটোহে সকলোৰে কাম্য। 'ললিতা' বোলছবিখনত কৌশল বা পৰিবেশনৰ দুই এটা ভুল-ত্ৰুটি থাকিলেও ই আমাৰ সমাজলৈ এটা নতুন বাণী বহন কৰি আনিছে। এই কথাষাৰি মনত ৰাখি আমাৰ এই শিল্পত জড়িত থকা সকলে যদি ভৱিষ্যতৰ কাৰ্যপন্থা হাতত লয় তেতিয়াহে ব্ৰজেনৰ জীৱনৰ আধৰুৱা উদ্দেশ্য সফল কৰিব পৰা হব।

ব্ৰজেনৰ জীৱনৰ মহত্তৰ সাফল্য হল অসমীয়া বোলছবিক ব্যৱসায়িক ভিত্তিত সফল ৰূপে প্ৰতিষ্ঠা কৰা। ডাঃ বেজবৰুৱাৰ আগলৈকে অসমীয়া বোলছবি ঠন ধৰি উঠিব পৰা নাছিল। দুই এখন ছবি উৎকৃষ্ট হলেও সেইবোৰে ব্যৱসায়িক ভাৱে সফলতা লাভ কৰিব পৰা নাছিল। ডাঃ বেজবৰুৱাৰ সাফল্যই অসমীয়া বোলছবি নিৰ্মাণৰ ক্ষেত্ৰত আন আন প্ৰযোজক আৰু পৰিচালক সকলক আগুৱাই আহিবলৈ প্ৰেৰণা দিলে। ইয়াৰ আগতে অসমীয়া বোলছবিক আকৰ্ষণীয় কৰি তুলিবলৈ আমাৰ দুই এজন বোলছবি পৰিচালকে বোম্বাই, কলিকতাৰ সুখ্যাত শিল্পী সকলৰ সহযোগিতা পাইছিল। কিন্তু তথাপিও সেই প্ৰচেষ্টাৰ দ্বাৰা আকাঙ্ক্ষিত ফল পোৱা নগল। ব্ৰজেনে জীৱনত নিজক বিক্ৰী কৰি প্ৰতিষ্ঠা বা আৰ্থিক সাফল্য লাভ কৰিবলৈ যত্ন কৰা নাছিল। ব্ৰজেনে যি সকল প্ৰযোজকৰ লগত ছবি কৰিছিল তেওঁলোকৰ ওপৰত অনাৱশ্যক ভাৱে কেতিয়াও আৰ্থিক হেঁচা নিদিছিল।

শিল্পী সকল সমাজ-নিৰপেক্ষ নহয়। তেওঁলোকো সমাজৰে অংগ।



সেয়েহে শিল্পীৰ প্ৰতি সমাজৰো দায়িত্ব আছে। যিজন শিল্পীয়ে অসমীয়া বোলছবিৰ উন্নতিৰ অৰ্থে নিজৰ জীৱন পাত কৰিলে সেইজন শিল্পীক অসমৰ ৰাইজে পাহৰিব নোৱাৰে আৰু নাপাহৰেও। কিন্তু ব্ৰজেনক মনত ৰাখিলেই আমাৰ কৰ্তব্য শেষ হবনে? ব্ৰজেনে যি দুটি লৰা-ছোৱালী আৰু তেওঁৰ বিধৱা পত্নী এৰি গল তাৰ বাবে আমাৰ সমাজৰ, চৰকাৰৰ আটাইৰে দায়িত্ব আছে আৰু সেই দায়িত্ব পালন কৰিবলৈ আমি স্বতঃ-প্ৰাণোদিত ভাৱে আগুৱাই আহিব লাগিব।

## ব্ৰজেন বৰুৱা

বোলছবি জগতৰ খ্যাতিলাভৰ আগৰ ব্ৰজেন বৰুৱাক মই অতি ঘনিষ্ঠ ভাবে জানো। সেই ব্ৰজেন, সুৰকাৰ ব্ৰজেন। গণনাট্য আন্দোলনৰ যোগেদি যি নতুন গীতধাৰা অসমত এসময়ত প্ৰবাহিত হৈছিল তাত সাৰ্থক বৰঙনি যোগাইছিল ব্ৰজেনে। নতুন সৃষ্টিৰ আনন্দৰ এজন চমজ্‌দাৰ অংশীদাৰ হিচাপে ব্ৰজেনে মোক পাইছিল। কেতিয়াবা 'কাফে ডি লুক্স'ৰ টেবুল চৰ্পাৰিয়াই আৰু কেতিয়াবা গণনাট্যসংঘৰ কাৰ্য্যালয়ত হাৰমনিয়ম টানি লৈ নতুন সৃষ্টিৰ সমীক্ষা কৰিছিল।

উচ্চাংগ সংগীতৰ প্ৰচলিত ৰাগ ৰাগিণীৰ জ্ঞানৰ লগত থলুৱা সুৰৰ গভীৰ মৰমৰ মূৰ্চ্ছনাই ব্ৰজেনৰ সুৰ সৃষ্টিত এনে এটা বৈশিষ্ট্য আনিছিল—যাৰ আছিল এটা চিৰন্তন আবেদন। তাৰ উপৰিও ব্ৰজেনৰ আছিল পাশ্চাত্য সুৰ সংগতি—হাৰমণিৰ প্ৰতি এটা সহজাত শ্ৰুতিবোধ। পাশ্চাত্য সংগীতৰ জটিল বৈজ্ঞানিক জ্ঞান ব্ৰজেনৰ নাথাকিলেও তেওঁৰ সংগীতবোধ আছিল অতি প্ৰখৰ। ব্ৰজেনে হাৰমণিয়ামত আঙুলি বুলালেই ধ্বনীয়া 'কৰ্ড' সৃষ্টি হৈছিল যেন আপোনা আপুনি।

'বৰদৈচিলা তুমি আহিছিলা' এই গীতটোৰ সুৰ সংযোজনা, thematic developmentৰ উদ্দেশ্যে এক সুন্দৰ সাংগীতিক প্ৰয়োগ আৰু তাৰ কাৰণে Choir পদ্ধতিত এক সাৰ্থক সুৰ সংগতিৰ সৃষ্টি। কেৱল সুৰৰ বিন্যাসৰ যোগেদি বাণী নিৰপেক্ষ ভাবে আমি যে অসমলৈ বৰদৈচিলাৰ অহাৰ আৰু পুৰণিৰ ধ্বংস আৰু নতুন সৃষ্টিৰ ছবিখন দেখিবলৈ পাইছিলো। আমাৰ ল'ৰাছোৱালীৰ হাৰমণি সৃষ্টি কৰি গোৱাৰ অভ্যাস আৰু দক্ষতা নাই। ৰমেন বৰুৱাৰ নেতৃত্বত গণনাট্যৰ গানৰ দলে এই গীতটো গাই প্ৰশংসা আৰ্জিলেও



ব্ৰজেনে যেনেকৈ বিচাৰিছিল তেনেকৈ ৰূপ পোৱা নাছিল। আৰু ইয়াৰে জেৰ টানি ব্ৰজেনে মোক এদিন কৈছিলঃ আমাৰ 'কোৰাছ' কেতিয়াও সফল নহয় যেতিয়ালৈকে আমি আমাৰ ভাৰতীয় unison বা একে পৰ্দাত গোৱাৰ সলনি পনাশ্চাত্য হাৰমণি পদ্ধতিৰ প্ৰয়োগ কৰিব নোৱাৰিম।

ব্ৰজেনে যে এই ফালেদি কিমান ভাবিছিল আৰু অনুভৱ কৰিছিল তাৰ শ্ৰেষ্ঠ প্ৰমাণ হ'ল পাশ্চাত্য চিম্ফনিৰ আলমেৰে ভাৰতীয় ৰাগ-ৰাগিণীৰ ভিত্তিত সৃষ্ট তেওঁৰ "যুদ্ধ আৰু শান্তি" অৰ্কেষ্ট্ৰা। ভায়লিন, গীটাৰ, চেতাৰ, বাঁহী, তবলা ইত্যাদি কেইটামান যন্ত্ৰ আৰু কণ্ঠৰ সাহায্য লৈ এটা যুদ্ধবিৰোধী অৰ্কেষ্ট্ৰা সৃষ্টি কৰিছিল আৰু অসম গণনাট্য সংঘৰ প্ৰাদেশিক সন্মিলনত সৰ্ব-ভাৰতীয়খ্যাত কেইবা গৰাকী শিল্পীৰ আগত উপস্থিত কৰিছিল। অসমৰ ষড়ঋতু নামেৰে আৰু এটা এই ধৰাৰ অৰ্কেষ্ট্ৰাৰ যোগেদি বিভিন্ন ঋতুৰ 'মুড্' সৃষ্টি কৰিব পাৰিছিল।

১৯৪৬ চনত দুৰ্গেশ্বৰ শৰ্মাৰ ঘৰত এক সভা পাতি আনুষ্ঠানিক ভাবে বিহগী-কবি ৰঘুনাথ চৌধাৰীক সভাপতি আৰু আনন্দি দাসক যুক্ত সম্পাদক কৰি গণনাট্য সংঘ গুৱাহাটী শাখা প্ৰথম গঠিত হয়। বিহগী-কবি নিজে অত্যন্ত সক্ৰিয় হোৱাত দুবছৰ আমাৰ কাম খুব ভাল চলিছিল আৰু নতুন জীৱন বোধেৰে উদ্বুদ্ধ কেইবাটাও অনুষ্ঠান হৈছিল। তাৰ পিছত ৰাজনৈতিক ধুমুহাত প্ৰথম অধ্যায়ৰ সামৰণি পৰিছিল। ১৯৫২-৫৩ চনত হেম শৰ্মা, মণি বৰা, অশোক মিত্ৰ প্ৰচেষ্টাত গুৱাহাটী গণনাট্য সংঘৰ পুনৰুজ্জীৱনৰ অধ্যায়ত ব্ৰজেন বৰুৱাৰ বৰঙণি আছিল অপৰিসীম। ১৯৫৩ চনত বোম্বেত সৰ্ব ভাৰতীয় গণনাট্য সন্মিলনত ব্ৰজেনবৰুৱাৰ সৰুভাই ৰমেনৰ নেতৃত্বত অসমৰ সংগীতৰ দলে শ্ৰেষ্ঠতৰ সন্মান আৰু স্বীকৃতি অৰ্জন কৰিছিল। আৰু, টাইমচ অব ইণ্ডিয়াৰ কলা সমালোচকে বৰ উচ্চ প্ৰশংসা কৰিছিল।

১৯৪৬-৪৭ চনৰ হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ বিক্ষুব্ধ গীত "হিন্দু-মুছলমান, হিন্দু-মুছলমান বৈ যায় তোৰ বিজয় ৰথ, বৈ যায় বৈ যায়—" অজিতমল্ল বৰুৱাৰ এই ৰচনাত এক উদাত্ত আবেগময় সুৰ সংযোজনা কৰি আমাৰ লগত ব্ৰজেন বৰুৱাৰ প্ৰথম চিনাকী। তাৰ কিছু পিছত আমেৰিকাৰ পৰা ঘূৰি আহি ভূপেন হাজৰিকাই অবিশ্ৰান্ত বিপ্লবী গীতৰ ধাৰাই এক নতুন প্ৰাণবন্যা সৃষ্টি কৰিছিল। ভূপেন হ'ল একেধাৰে বাণীকাৰ, সুৰকাৰ আৰু সুগায়ক। কিন্তু সেই ধাৰাৰ লগে লগে কবিৰ বাণী আৰু সুৰকাৰৰ সুৰ সংযোজনাৰ সকল সমন্বয়ও ঘটিছিল। গণনাট্যৰ পোণ প্ৰথম অধ্যায়ত আব্দুল মালিকৰ বাণী আৰু নিজামুদ্দিন হাজৰিকাৰ সুৰ সংযোজনাৰ গীতবোৰৰ কথা উনুকিয়াব পাৰি। সেই গীতবোৰ আছিল আমৰ গণগীতৰ আন্দোলনৰ প্ৰধান হতিয়াৰ। পৰৱৰ্ত্তী সময়ত হেমেন ঠাকুৰৰ ৰচনাত ৰমেন বৰুৱাৰ সুৰদান,

কেশৰ মহন্তৰ ৰচনাত অমিত চৰকাৰ বা খগেন মহন্তৰ সুৰাৰোপৰ কথা উনুকিয়াব পাৰি। সৰ্বভাৰতীয় ক্ষেত্ৰতো এনে ধৰণৰ বলিষ্ঠ প্ৰচেষ্টা চলিছিল। সুকান্ত ভট্টাচাৰ্যৰ 'অবাক পৃথিবী' বা 'ৰাণাৰ' কবিতাত সলিল চৌধুৰীৰ নাইবা বোম্বেৰ শংকৰ শৈলেন্দ্ৰ বা প্ৰেম ধাৱানৰ ৰচনাত কানু ঘোষ বা ওমৰ শেখৰ সুৰাৰোপৰ কথা দৃষ্টান্ত হিচাপে দাঙি ধৰিব পাৰো। এই ধাৰাত অসমৰ অতি সাৰ্থক সুৰকাৰ হ'ল ব্ৰজেন বৰুৱা। উচ্চাংগ সংগীতৰ কথা অত্যন্ত গৌণ। আমাৰ গণগীতত কথা আৰু সুৰৰ সমান মূল্য। ৰচয়িতাই জানে—কেতিয়াবা কথাই টানি আনে সুৰক আকৌ কেতিয়াবা সুৰে টানি আনে কথাক। দক্ষ সুৰকাৰে জানে কথা আৰু সুৰৰ সুখী বিবাহ বন্ধনজাত যি সন্তান—সেয়ে সফল গীত। তথাপি, মাতৃ গৰ্ভত যেনেকৈ সন্তানৰ জন্ম—সুৰৰ গৰ্ভতো তেনেকৈ গীতৰ জন্ম। ব্ৰজেনে এইকথা সম্পূৰ্ণৰূপে উপলব্ধি কৰিছিল আৰু সেই দক্ষতা আয়ত্ব কৰিছিল। দুৰ্বল ৰচনা কিম্বা আপাত দৃষ্টিত অতি সাধাৰণ ৰচনা ব্ৰজেনৰ সুৰৰ স্পৰ্শত অসাধাৰণ হৈ উঠিছিল।

সোণ বৰণীয়া সোণবে চমকা
চন পৰি পৰি থাকে মোৰে চেনাই ঐ
সোণবে চেকুৰা, সোণবে সফুৰা
উলু খাগৰিয়ে ঢাকে মোৰে চেনাই ঐ

ডঃ আনন্দেশ্বৰ বৰঠাকুৰৰ এই গীতটো হয়তো মই কেতিয়াবাই পাহৰি থাকিলো হেঁতেন, কিন্তু ব্ৰজেনৰ সুৰাৰোপে যেন তাক চিৰন্তন কৰি ৰাখিছে। কেশবানন্দ দেব গোস্বামী ৰচিত 'আই অ' নেকান্দিবি' গীতটোৰ শেষ কলিটোত।

'আইতা, অ' আইতা
তোৰেনো মুখনি সবাতকৈ শুৱনি আইতা
তাতেনো মিচিকিয়া হাঁহি
ৰেণুৰে বোলোৱা ফুল বৰণীয়া যাচে চৰণতে পাহি'—

ব্ৰজেনে ইয়াত ছন্দ আৰু সুৰৰ পৰিবৰ্তন কৰি, তাত এনে এটা আকুতি আৰু প্ৰাণাবেগ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল যে আজিলৈকে এই গীতাংশ মোৰ প্ৰিয়তম গীতৰ এটি হৈ আছে।

সেই ধাৰাত আৰু অগ্ৰসৰ হৈ কেশৰ মহন্তৰ 'আই আমাৰ কপালতে' এই লিৰিকধৰ্মী ৰচনাত সুৰ সংযোজনা হ'ল সুৰকাৰ ব্ৰজেনৰ চিৰস্থায়ী সৃষ্টি। কথা আৰু সুৰৰ কি অপৰূপ সমন্বয়! তাৰ লগত প্ৰতি চাৰিমাত্ৰাৰ শেষত accented pause বা মাত্ৰাঘাত-বিৰতি আনি এক পাশ্চাত্য গতি ছন্দৰ চলন দি এই গীতটোৰ সহজ আবেদনক চমৎকাৰ সুষমাময় কৰা হৈছে।



ব্ৰজেনৰ কণ্ঠৰো এটা বৈশিষ্ট আছিল। মুকলি অনুষ্ঠানত নহয়, ঘৰুৱা পৰিবেশত ব্ৰজেনৰ সেই কণ্ঠৰ স্বকীয়তা অনুভৱ কৰা গৈছিল।

### ব্ৰজেন—মানুহজন

ৰাজনীতিৰ কথা তুলিলে 'মই ৰাজনীতি ভালকৈ বুজি নেপাওঁ' এইকথা কৈ ব্ৰজেনে সদায় মোক নিৰস্ত্ৰ কৰিছিল। কিন্তু শিল্প আত্মবিনোদনৰ বাবে নহয়, জাতিৰ চৰিত্ৰ গঠনত মানুহৰ মহত্তৱ চেতনা বিকাশৰ ক্ষেত্ৰত সুৰৰ ভূমিকা ব্ৰজেনে দৃঢ় ভাবে মানি লৈছিল। তেওঁ আছিল Committed গীতিকাৰ। চৰকাৰী ধান সংগ্ৰহত বগা আৰু ক'লা টকা অৰ্জনৰ প্ৰলোভন এৰি সেয়ে গানৰ পথ বাছি লৈছিল। অকল নিজৰ কথা নহয়, অসমৰ শিল্প আৰু শিল্পীৰ কথা সদায় ভাবিছিল।

কলিকতাৰ ভবানীপুৰত কিছুদিন ব্ৰজেনে এটা কোঠালি ভাড়া লৈ আছিল। তেতিয়া তাৰ লগত খুব ঘনিষ্ঠ আলোচনা হৈছিল অসমৰ কলা শিল্পৰ ভৱিষ্যত সম্পৰ্কে। বহু কথাত তাৰ লগত মোৰ মতৰ পাৰ্থক্য হৈছিল। কিন্তু কেতিয়াও মতান্তৰ হোৱা নাই। শিল্পীসকলৰ মাজত যিটো দুৰ্লভ বস্তু—পৰম সহিষ্ণুতা সেইটো ব্ৰজেনৰ আছিল। ব্ৰজেনৰ কথা বতৰা খুব 'চিনিক' আছিল। কিন্তু কেতিয়াও হতাশাবাদী নাছিল। প্ৰচণ্ড আত্মবিশ্বাস আছিল তাৰ। কেতিয়াবা এই আত্মবিশ্বাসে আত্মম্ভৰিতাৰ গা চুই গৈছিল। কিন্তু সেই আত্মম্ভৰিতা নেথাকিলে হয়তো প্ৰতিবন্ধক ঠেলি আগুৱাই যাব নোৱাৰিলে-হেঁতেন।

ব্ৰজেনৰ আটাইতকৈ শ্ৰেষ্ঠ গুণ আছিল মঞ্চৰ ওপৰত এটা দলৰ নেতৃত্ব কৰাৰ। বহু ভাল গাওঁতা পাইছো কিন্তু টিম পৰিচালক পোৱা সদাই টান। Group leader হিচাপে সকলোৰে মৰম আৰু আস্থা অৰ্জন কৰি অনুষ্ঠান পৰিচালনা কৰাৰ দুৰ্লভ ক্ষমতা আছিল ব্ৰজেনৰ। সেই কাৰণে ১৯৫৩ চনত ভাৰত বিখ্যাত কেৰা গৰাকী শিল্পীৰ উপস্থিতত অসম গণনাট্যৰ সপ্তাহব্যাপী প্ৰাদেশিক সন্মিলনৰ আমি এক বাক্যে ব্ৰজেনক মঞ্চ আৰু প্ৰগ্ৰেম পৰিচালক পাতিছিলো। আৰু সেই কাম সুকলমে সমাধা কৰিছিল। সেই কাৰণেই ১৯৫৪ চনত অনুষ্ঠিত সৰ্বভাৰতীয় সাংস্কৃতিক সমাবেশত অসমৰ সাংস্কৃতিক দলটোৰ পৰিচালক হিচাপে আমি ব্ৰজেনক পঠিয়াইছিলো। অনুষ্ঠানৰ মূল সংগঠক আমাৰ সৰ্বভাৰতীয় সহ-সভাপতি আৰু বিখ্যাত চলচ্চিত্ৰ পৰিচালক সুৱাহ্মনিয় মোলৈ চিঠি লেখি অসমৰ দলটোৰ অপৰিসীম সাফল্যৰ শলাগ লৈছিল। অথচ অসমৰ দলটো আছিল আটাইতকৈ সৰু। ব্ৰজেনৰ পৰিচালনাৰ বাবেই ই সম্ভৱ হৈছিল।

ব্ৰজেনৰ পৰিচালিত আৰু অভিনীত অধিকাংশ বোলছবি মই চোৱা নাই। গতিকে অসমৰ চলচ্চিত্ৰ জগতত ব্ৰজেনৰ মূল্যায়ন মই কৰিব নোৱাৰো। কিন্তু গীতিকাৰ ব্ৰজেনৰ ৰৱঙাণ চিৰস্থায়ী আৰু চিৰস্মৰণীয়। ব্ৰজেন সুৰাৰোপিত বাচকৱনীয়া কেইটামান গীতৰ নিৰ্ব্বাচিত সুকণ্ঠ গায়ক গায়িকাৰে লং প্লেয়িং ৰেকৰ্ড এখন উলিউওৱা মুঠেই টান কথা নহয়। ই ব্ৰজেনৰ শিল্পীসত্তাৰ চানেকী হিচাপে যুগমীয়া হৈ থাকিব।



আমাৰ মাজৰ

ব্ৰজেন বৰুৱা

সংকলক

হীৰেণ ভট্টাচাৰ্য

লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী-১

প্ৰকাশ প্ৰথমঃ ১০ জুন ১৯৭৩

সংকলকঃ হীৰেণ ভট্টাচাৰ্য

প্ৰচ্ছদ পটঃ বেনু মিশ্ৰ

আলোক চিত্ৰঃ জোনাকী চিত্ৰ প্ৰতিষ্ঠান

মূল্যঃ তিনি টকা

প্ৰকাশকঃ
বিচিত্ৰনাৰায়ণ দত্ত বৰুৱা প্ৰতিস্থিত
লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী-১

মুদ্ৰকঃ
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

## আগকথা

ব্ৰজেন বৰুৱাৰ মৃত্যু আমাৰ বাবে এটা কৰুণ সোঁৱৰণী।

পঞ্চাছৰো কম বয়সৰ এই শিল্পীগৰাকীৰ মৃত্যুত আমি হেৰুৱালো এজন প্ৰতিভাবান চিত্ৰ পৰিচালক, সংগীতজ্ঞ—যাৰ সংস্কাৰমুক্ত শিল্পী-মন আছিল প্ৰকৃত অৰ্থত আধুনিক।

শিল্প ভাবনা আৰু শিল্প সাধনা এই দুয়োৰে সুসম সমন্বয় ঘটিছিল তেওঁৰ চৰিত্ৰত।

প্ৰতিকূল পৰিবেশৰ মাজতো তেওঁ প্ৰতিষ্ঠা কৰিব খুজিছিল অসমীয়া চলচ্চিত্ৰৰ সুদৃঢ় ভেঁটি। আৰু, তাৰ প্ৰস্তুতিতেই নিবেদন কৰিলে তেওঁৰ মূল্যবান জীৱন—যি জীৱন আছিল জীৱিকাতকৈ অধিক সত্য, অধিক প্ৰিয়। বয়সত মোতকৈ ছয়-সাত বছৰৰ ডাঙৰ হলেও ব্ৰজেন বৰুৱাৰ লগত মোৰ বন্ধুত্ব গঢ়ি উঠিছিল। সেয়ে, এই সোঁৱৰণী সংকলনটো কৰাৰ মোৰ যেন দায়িত্বও আছে এনে লাগিছে।

যি সকল লেখকৰ ৰচনাই এই সংকলনটি সম্ভৱ কৰি তুলিলে তেখেতসকলক মই মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছো।

অজিৎ বৰুৱা, অতুলানন্দ গোস্বামী, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আৰু হেমাংগ বিশ্বাসৰ লেখাৰ বাহিৰে আন আটাইকিটা প্ৰবন্ধই ইতিপূৰ্বে বাৰ্তাৰ কাকতত প্ৰকাশ হৈ গৈছে।

শেষত, প্ৰকাশক শ্ৰীখগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱাক (যি এই পুথিখনৰ সমুদায় আয় 'বৰুৱাৰ পৰিয়ালৰ হাতত দিয়াৰ উদ্দেশ্যেৰে প্ৰকাশ কৰিছে) তেখেতৰ সহৃদয়তাৰ বাবে ব্যক্তিগতভাবে মই শলাগ লৈছো।

চিৰিয়াখানা পথ
গুৱাহাটী-৩

ইতি—
হীৰেণ ভট্টাচাৰ্য

## ব্ৰজেন বৰুৱা

গুৱাহাটীৰ কমিছনাৰ ঘাটৰ বকুল কেইজোপা আৰু নাই। তাৰ তলত আৰু বহিব পৰা নাযাব। কিবা অত্যাশ্চৰ্য সংঘটনত যদি আকৌ আমি আটায়ে একেলগে বহিব পাৰোঁও এখন ঠাই খালি থাকিব। পলৰীয়া এছাটি জোনাকে যেতিয়া বকুলৰ তল উজলাব খুজিব সি আহি এখন পাৰি থোৱা ৰুমালৰ ওপৰত পৰিব।—ধুতি লেতেৰা হয় বুলি ব্ৰজেনে ৰুমাল পাতি বহিছিল।—মোৰ কাৰণে এতিয়া এই জোনাকৰ গানটোৰ এয়েই পৰম সংগতি। গান লেখাৰ প্ৰয়োজন বহুদিন হ'ল—শেষ হৈছে। এতিয়া লেখিবলৈ কলম ললেও বহুবাৰ পাছত তললৈ চাই দেখিম কাগজ উকা হৈ আছে। কাৰণ সুৰ দিবলৈ ব্ৰজেনক পোৱা নাযাব।

ব্ৰজেন বৰুৱা নাই। আমাৰ ত্ৰিছ বছৰীয়া চিৰ সান্নিধ্য-কামী বন্ধুত্বৰ এটা ফালৰ অন্ত পৰিল। আৰু এটা ফাল নিজে নমৰালৈকে থাকিব। তেনে বিশ্বাস থাকিলে কবি ডনৰ মৃত্যুত মাছুৰৈ লেখক আইজক ৱাল্টনে কোৱাদি কব পাৰিলেহেঁতেনঃ

that body which once was a temple of the Holy Ghost . . . is now become a small quantity of Chritian dust : but I shall see it reanimated.

I shall see if reanimated সেই প্ৰত্যয় নাই। আৰু দেখা হোৱাৰ কোনো কথা নাই। পাহৰাৰ আগলৈকে পুৰণা কথাবোৰ আছে। ব্ৰজেনে আমাৰ সেই পুৰণা কথা কাগজত লেখা সংগতিপন্ন কৰিলে। কেৱল, বৰ বেঁছি সোনকালে সংগতিপন্ন কৰিলে।

চলচ্চিত্ৰকাৰ ব্ৰজেন বৰুৱাৰ লগত মোৰ চিনাকী নাই। কাৰণ মই ব্ৰজেন বৰুৱাৰ এখন ছবিও দেখা নাই। এদিন গুৱাহাটী গৈ পাই চাব আগ্ৰহ কৰাত ব্ৰজেনে তেতিয়া চলি থকা ডঃ বেজবৰুৱালৈ লৈ যাব খুজিছিল। কিন্তু যেতিয়া ওলালো তেতিয়া আৰু বহুতো কথাৰ দৰে বৰ দেৰী হৈ গ'ল।

মোৰ বৰ ভালকৈ জনা শুনা আছে কিশোৰ সুৰকাৰ ব্ৰজেন বৰুৱাৰ লগত। ভৰা নাছিলোঁ এই জনা শুনাৰ কথা কেতিয়াবা কাগজত লেখাৰ দৰকাৰ হব। আমাৰ তেতিয়াৰ কথা, গান আৰু সুৰবিলাক আমাৰ লগতে যোৱাৰ কথা আছিল। কাৰণ সেইবিলাকৰ প্ৰয়োজন তেতিয়াই শেষ হৈ গৈছিল—rich in the simple worship of a day. কিন্তু সেইবিলাকৰ কথা লেখিবলগীয়া হৈছে। তাৰ কাৰণ ব্ৰজেন নাই। ব্ৰজেন যে আছে তাৰ কাৰণ সিও হব পাৰিলেহেঁতেন।

দীঘলী পুখুৰীৰ পশ্চিম পাৰৰ বেঞ্চ দুখনত এতিয়াও দুই এজন মানুহ বহে, কিন্তু তললৈ গৈ পানী জিয়ঁলিত বহি গানৰ তালিম দিয়াৰ দৰকাৰ এতিয়া আৰু নহয়। ঘৰ, দুৱাৰ, ভৱন, সংস্কৃতি-সংঘ আছে। যোৱাৰ উপায়ো নাই। বেৰা আছে। ঠিক সাতাইছ বছৰ আগেয়ে তাত গানৰ আখৰা কৰা হৈছিল—লক্ষবীৰৰ শোণিত সিক্ত মুক্তি পতাকা মোৰ—। আবেলি হৈ আহিছিল সিদিনা আবেলিয়েই মিটিঙত গাব লাগিব। সেই পানী জিয়ঁলিৰ ওপৰলৈ বেঞ্চ দুখন। এতিয়া আৰু ব্ৰজেনৰ কাৰণে তাত ভাগ ৰাখিব নালাগে।—বেঞ্চিৰ লোহাৰ হাতখনত বহিব লগা হ'লে ব্ৰজেনে বৰ বেয়া পাইছিল—। লক্ষ বীৰৰ শোণিতৰ সংগতি আমাৰ তাহানিৰ মনৰ সমনীয়া মন বিলাকলৈ সিঁচৰক। কিন্তু আমাৰ কাৰণে সেই গানৰ এই সংগতি বিন্ধি ৰ'ল।

বেছি ভাগ অসমীয়া মানুহৰ কাৰণে চিঙলুলৈ যোৱাৰ আৱশ্যকতা অচিৰে শেষ হব। চিলং ৰোড এটা নাম মাত্ৰ হৈ থাকিব। এই চিলং ৰোডৰ আৰম্ভণিতে ১৯৪৪ চনৰ অক্টোবৰ মাহত আমি ব্ৰজেন বৰুৱাৰ প্ৰথম সমবেত সংগীতৰ সুৰ শুনিছিলোঁ। আমি আটাইবোৰে ৰাস্তা বন্ধ কৰি খোজ কাঢ়ি নামি গৈ আছোঁ। পকী ৰাস্তাৰ ওপৰত শুনা খোজৰ তালত তাল মিলাই ব্ৰজেনে এটা সুৰ গুণগুণালে। মোৰ তেজৰ সোঁতত সেই সুৰে গুণগুণাইছিল। তাৰ পাছত ডাঙৰকৈ তাৰ পাছত আৰু ডাঙৰকৈ গলে—হিন্দু মুছলমান হিন্দু মুছলমান বৈ যায় সৌ বিজয় ৰথ বৈ যায় বৈ যায়। সুৰৰ তড়িৎ ভৰিৰ পৰা মুৰলৈ প্ৰবাহিত হ'ল। গানটোৰ প্ৰথম শাৰীয়েই নেতিবাচক। অপৈনত অথচ উচ্চাভিলাষী লেখকৰ উদ্বাৰল শব্দবোৰে ইটোৰে সিটোত আছাৰি আছাৰি শাসন হেৰুৱাইছে। গড়ালৰ ভিতৰত চেকুৰি ফুৰা ঘোঁৰাৰ দৰে সেই শব্দবোৰত এক কিশোৰ সুৰকাৰে সুৰৰ শাসন বান্ধিছিল। আজি আকৌ বাৰে বাৰে ভাবি চালোঁঃ কাগজত লেখাৰ নিছাত নহয়, বন্ধুত্বৰ পিছল আবেগত নহয়, সুস্থিৰ



আত্মস্থতাত কব পাৰোঁ ব্ৰজেন বৰুৱাৰ বাহিৰে অন্য কোনেও সেই শাসন বোধী শব্দবোৰত উত্তীৰ্ণ সুৰ দিব নোৱাৰিলোহেঁতেন।

মাজে মাজে বিৰক্ত হৈছিলঃ

সিদিনা মনত পৰে সি দুটি চকুৰ ছায়া
মেঘ ভৰা আকাশৰ পৰা নামি যদি আহে সন্ধিয়া।

—নিমিলেই তোৰ। ছটি ছটিকৈ লেখিব নোৱাৰ? যে ফুল ধুলায় ঝড়ালে তার সুৰভি যে প্ৰাণে ছড়ালে—তেনেকৈ?—মই এটা শব্দও নেৰোঁ—নবদলাওঁ। সেই কাৰণে পিছলৈ যেনেকৈ চিনেমা কৰাত বুদ্ধি উলিয়াইছিল তেনেকৈ ব্ৰজেনে বুদ্ধি উলিয়াই শাৰী দুটাক মাত্ৰাৰ বান্ধোনৰ পৰা মেলি দি বেলেগ ধৰণে সুৰ যোজনা কৰিছিল। মই লেখিছিলোঁ বুলিয়েই কষ্ট কৰি, জ'ট ভাঙি সুৰ দিছিল। সিহে আজি মোৰ কাৰণে ডাঙৰ কথা। ব্ৰজেন বৰুৱা জনপ্ৰিয় চলচ্চিত্ৰকাৰ নিপুণ সংগীতকাৰ—সেই বিলাকৰ লগত মোৰ সম্পৰ্ক সামান্য। মৃত্যুৱে মোক আৰু কৃপণ কৰিছে। সমাজ, কলা কাৰো অংশ হিচাপে ব্ৰজেন বৰুৱাক ভাবিবলৈ মই অপাৰগ। মই কেৱল দেখোঁ আমি আটায়ে আকৌ একেলগে বহিছোঁ—বিশ্ব ব্ৰহ্মাণ্ডত যেন অন্য কোনো আৰু নাই। ব্ৰজেনে গান গাইছে আমি শুনিছোঁ। গান শেষ হোৱাৰ পাছতে প্ৰবল বেগে আকৌ লাগ বান্ধ নোহোৱা কথা আৰম্ভ হৈছে। বোধকৰোঁ তাৰ মাজতে গানটো লৈ ব্ৰজেনক ঠাট্টা কৰা হৈছে। কথাৰ ফুলজাৰি চাপৰিৰ অহাৰ লগে লগে ব্ৰজেনক আকৌ ধৰাধৰি কৰা হৈছে।—আৰু এটা গা। ব্ৰজেনে কিছু স'চা কিছু কপট বিৰক্তি প্ৰকাশ কৰিছে। আৰু ব্ৰজেনক বিৰক্ত কৰিবৰ সুবিধা পোৱা নাযাব।

গুৱাহাটীৰ ব্ৰহ্মপুত্ৰৰ ঘাটবিলাকত আমাৰ তেতিয়াৰ দিনবিলাক পেলাই থোৱা আছে।—আৰু জুবিলী বাগিছা যত এতিয়া পানীৰ কল হৈছে। প্ৰতিটো ঘাটৰ লগত একোটাকৈ ব্ৰজেনে সুৰ দিয়া গান মোৰ মনত গঠা আছে। কাছাৰী ঘাটৰ লগত সোনালী মেঘৰ ৰথে দিন মোৰ লৈ যায়, শুক্ৰেশ্বৰ ঘাটৰ লগত দখিনৰে মলয়া, আৰু কামিছনাৰ ঘাটৰ লগত আকাশৰ পাৰ ভাঙি আহে জোনাকৰ ঢল। চাৰি বছৰ ধৰি এইবিলাক ঠাইৰ কোনোবা এঠাইত নহয় কোনোবা এঠাইত আমি আটায়ে বহিছিলোঁ। কিবা কিম্ভুত আকৰ্ষণত জাৰে জহে ৰ'দে বৰষুণে অসুখে বিসুখে আহি একেলগ হৈছিলোঁ। চৈধ্যশ দিনত কমপক্ষেও তিনি হেজাৰ বাৰ গান গোৱা হৈছিল। ব্ৰহ্মপুত্ৰৰ পানীৰ ওপৰত প্ৰত্যেক দিনেই গধুলি হব। তেতিয়া ব্ৰহ্মপুত্ৰৰ পাৰেদি আমাৰ বন্ধুবিলাকৰ ভিতৰত যেয়েই যাব তাৰেই বুকুৰ ভিতৰত চাবুক মৰা দি আচম্বিতে এবাৰ ব্ৰজেনলৈ মনত পৰিব। মনৰ পৰা জোৰ কৰি ব্ৰজেনক জোকাৰি পেলাই আৰু

গাড় গধূলিৰ ফালে আগবাঢ়িব। কিন্তু ব্ৰহ্মপুত্ৰৰ পানীৰ ওপৰত প্ৰত্যেক দিনেই গধূলি হব।

পুৰণাবাটেৰে পলাশবাৰীলৈ এতিয়া বাছ চলে নে নাই কব নোৱাৰোঁ। সাতাইছ বছৰ আগেয়ে আমি আটায়ে এবাৰ একেলগে গৈছিলোঁ। কিয় গৈছিলোঁ আজি আৰু মনত নাই। কেৱল আধুনিক চিত্ৰকাৰৰ ছবিৰ দৰে এখন বিকৃতিধৰ্মী ছবি দেখোঁঃ এখন বাছৰ কেৱল এখন খিড়িকী। দীৰ্ঘ প্ৰস্থ আছে, বোধ নাই। মোৰ এখন হাত বাহিৰলৈ ওলাই আছে। কাষত ব্ৰজেন। মই লেখি দিয়া গান এটা কামিজৰ জেপত সুমুৱাইছেঃ

মাছি থৈ যদি আজিৰ ৰঙীন হাঁহি
কান্দি বয় মোৰ আশাৰ মৰহা পাহি
সিদিনা কঁপি উঠিব এবাৰ মোৰ স্মৃতি বীণাৰ তাঁৰ।
সেই সন্ধিয়াৰ আন্ধাৰৰ আঁৰে আঁৰে
আকুল হৃদয়ে মোৰ বিচাৰিব বাৰে বাৰে
নোপোৱা দিনৰ সপোন তাৰ।......

যেতিয়া ব্ৰজেন ঢুকোৱা খবৰ পালোঁ তেতিয়া মোৰ চকুত পানী নোলাল। বোধকৰোঁ সকলো অনুভৱ লাহে লাহে বিকল হৈ আহিছে। সাত দিন পাছত এই গানটো লেখি দিব লগীয়া হোৱাত যেতিয়া লেখিবলৈ আৰম্ভ কৰিলোঁঃ

দিনান্তৰ সেই শেষ আলোকত
সপোনৰ দৰে আহি
মোৰ আজিৰ ইদিন চকুৰ আগত
আকৌ উঠিব ভাঁহি
আশাৰ দীপালী জ্বলি দিয়া মোৰ দিন
চিৰ জীৱনৰ আন্ধাৰৰ হব চিন

বৈ যায় মোৰ চকুৰ কোণত বিফল অশ্ৰুধাৰ তেতিয়া মধ্যবয়সৰ সুস্থিৰ সংযমেও আৰু চকুৰ পানী বন্ধ কৰিব নোৱাৰিলে।

ব্ৰজেন বৰুৱাই কম বয়সত সুৰ দিয়া প্ৰথম জনপ্ৰিয় একক গান। আজি এই গানটোৰ বাস্তৱ সংগতি হৈছে। তাৰ পূৰ্ণ সংগতি হৈছে।

গানটোৰ মূল পাণ্ডুলিপি মোৰ হাতত এতিয়াও আছে। তলত লেখা আছেঃ To বজ—first constipation. গুৱাহাটী ৩০।১।৪৫ এনেকুৱা ৰোমাণ্টিক গানক আমি অল্ডুছ হাক্সলেৰ ভাষাৰে anaemic and constipated বুলি ঠাট্টা কৰিছিলোঁ। কিন্তু কেনেকুৱা গান লেখা হৈছিল, সুৰ দিয়া হৈছিল অথচ লেখা কাৰণে মোৰ তেতিয়াৰ প্ৰগতিবাদী মনে নিজকে লাজ দিছিল।



সেইবোৰক উপলুঙা কৰা হৈছিল। সংবেদনশীল মনেৰে সন্তাপ-গম্ভীৰ ভাষাৰে কেশৱ মহন্তই ব্ৰজেন বৰুৱাক সুঁৱৰিছে। লগতে হেলোজেন দলৰ কথা লেখিছেঃ জুৰ জোনাকৰ দৰে; মতান্তৰে দস্যু শিৰোমণি কেইটামান। হেলোজেন দলে বাটত গোলমাল কৰিছে, কলিকতাত সাম্প্ৰদায়িক ঐক্যৰ গান গাইছে; মিউজিক চোচিয়েল চিঞৰি ভাঙিছে, উত্তৰ কামৰূপৰ গাঁৱে গাঁৱে খুঞ্জৰী বজাই লোকগীতেৰে ৰাজনৈতিক প্ৰপেগাণ্ডা কৰিছে। গান লেখিছে সুৰ দিছে, ক্লাছৰপৰা দেখাদেখিকৈ ওলাই গুচি আহিছে; বজবুৰাৰ দৰে ঘূৰি ফুৰিছে, অধ্যাপকক অপমান কৰা কাৰণে জাহাজৰ খালাচীৰ লগত হতাহতি কৰিছে! গুৰুতৰ কথা ফাজিলামি কৰি উৰাই দিছে, মানুহৰ ঘৰত নৰীয়া পৰ দিছে, অচিন মানুহৰ মৰাশ পুৰিছে; চাৰিকাপ চাহ নটা মানুহে ভাগ কৰি খাইছে, দোকানৰ চাহ দিয়া মানুহ কেইটাই ব্ৰজেনৰ কাৰণেই আটাই-বোৰকে মাতি ভাত খুৱাইছে। জীৱনৰ দৰেই জটিল অবিশ্লেষনীয় পৰস্পৰ-বিৰোধী ব্ৰজেন বৰুৱাৰ ভৱিষ্যৎ মন সাঁচি দিয়া লেহুকা বয়স এই দলৰ অংশ। যদিও সকলো ব্যাখ্যাই আচলতে আত্মব্যাখ্যা, এই কথাবোৰ ভাবিলেহে ব্ৰজেন বৰুৱা আচল মানুহটোৰ স্বৰূপ কিছু বুজিব পাৰি। আমি আছিলোঁ সংবেদনশীল, চিনিক, গহীন, ফাজিল, উদ্দণ্ড, বুদ্ধিবান—বজবুৰা, হুজুগী—সমাজসেৱী। এই কথাবিলাক জানিলেহে ব্ৰজেন বৰুৱাৰ কিছুমান কথা সংগতিপন্ন হয়। কিয় পুৰণা দিনৰ গানৰ কথা সুধিলে ব্ৰজেন বৰুৱা ভিতৰলৈ উঠি গৈছিল, কি কৰিছে বুলি সোধাত যাত্ৰা কৰোঁ দিয়ক বুলি উত্তৰ দিছিল। ব্ৰজেন বৰুৱাই সস্তা প্ৰমোদ পৰিবেশন কৰিছিল, গানৰ কথাখিনি ভাল হলে ভাল গাইছিল; ব্ৰজেন বৰুৱাৰ ছবিত শুনিছোঁ চটুলতা আছে; ঘুমটি যায়োৰে ওৰে কানাই এই গীতটোৰ সুৰ ব্ৰজেন বৰুৱাই বিভোৰ হৈ ভাল গাইছিল। ব্ৰজেন বৰুৱাই ভাল বস্তু ভাল পাইছিল। ব্ৰজেন বৰুৱাই ভাল গান ভাল পাইছিল। কেৱল, ব্ৰজেন বৰুৱাই বুজিছিল যে বৰ্তাৰ কাৰণে কেৱল 'ভাল' বস্তুৱেই যথেষ্ট নহয়। কিন্তু তেনে হোৱা কাৰণে ভাল পোৱা নাছিল বুলি মই জানো। তাকে লেখি থৈ যাব খোজোঁ।

কেশৱ মহন্তই ব্ৰজেনৰ কিছুমান পুৰণা কথাও লেখিছে। তাৰ মাজে মাজে দুই এটা খালি ঠাই পূৰণ কৰিবৰ মন যায়। ১৯৫৪ চনত মাদ্ৰাজৰ আই, পি, টি, এ সম্মিলনলৈ গৈছিল। ৩০ এপ্ৰিলত মোলৈ লেখিছিলঃ জানইতো genuine baker. ভেজাল নাই। জামুগুৰিত ধান বেচিবলৈ গৈছিল। তাৰ কাৰণ সোধাত পেটটো দেখুৱাই দিছিল। তাৰ আগেয়ে এদিন। আবেলি ব্ৰজেন জামুগুৰিলৈ যাবলৈ ওলাই গৈছে। বাটতে আমি পালোঁঃ নালাগে দে আজি যাব। সেই এবাৰ ব্ৰজেন সঁচাকৈয়ে বিৰক্ত হৈছিলঃ ঘৰৰ কোনোবাই দেখিলে কি ভাবিব ক চোন। সিদিনাখন ৰাতি জোৰকৈ ব্ৰজেনক টকৌবাৰীত ৰাখি থৈ

দিয়া হৈছিল। পিছদিনা নগাঁৱৰ বাছত উঠাবলৈ গৈ প্ৰথম বাৰ বাছত যোৱা মানুহক উপদেশ দিয়া দি সদাই কৈছিলঃ নামিলে কণ্ডাক্টৰক কৈ নামিবি। কাষত বহা কাণ্ডা এটাক গটাই দি কৈছিলঃ দেখো ঠিক কে। নয়া আদমি হ্যায়। এইবাৰ আৰু ব্ৰজেনক ধৰি ৰাখিব পৰা নগল।

গান গালে ব্ৰজেনক কৈছিলোঁঃ তোৰ কমাৰৰ ভাটিটো! প্ৰথম অৰ্কেষ্ট্ৰাটোক সদায়ে উপলব্ধি কৰা হৈছিলঃ তোৰ বাৰমহীয়া বেঙেনাটো!

হীৰেন ভট্ট আৰু কেশৱ মহন্তৰ দৰে মোৰ কাৰণেও কোনে ৰাতি বাঁহী বায়—প্ৰত্যেক ৰাতি। কেৱল কেতিয়াবা দিনতে। গোলমালৰ মাজতে তাৰ কমাৰৰ ভাটিটো বাজে। তেতিয়া সকলো শব্দ বন্ধ হয়।





## যশস্যাৰ দাম

সিদিনা ব্ৰজেন বৰুৱা হঠাতে ঢুকুৱা বুলি শুনি লৰালৰিকৈ তেওঁৰ ঘৰ পালেগৈ। ঘৰ পাইহে গম পালেগৈ বৰুৱা গোলাঘাটত ঢুকাল। শৰদেহ গুৱাহাটীলৈ আনিব সৎকাৰৰ কাৰণে। আচলতে ঘৰৰ মানুহবোৰে যাতে এবাৰ মুখখন দেখে তাৰে ব্যৱস্থা কৰিবলৈ।

বৰ উৎকণ্ঠাৰে আটাইবোৰে ঘনে ঘনে বাটলৈ চাই আছে। খবৰ আহিছিল বাৰমান বজাতহে গোলাঘাট এৰা বুলি। আঙুলি মূৰত লেখি, ইজনে সিজনে গুনাগঠা কৰি অনুমান কৰিলে গধূলি চাৰেছয় বা সাত বজাৰ আগতে শৰদেহ আহি পোৱাৰ কোনো সম্ভাৱনা নাই। তাকো নগাঁৱত স্বৰগমে খবৰ পঠোৱা মতে দেহাত মালা দিয়াত কিমান পলম কৰে অনুমান নকৰাকৈ।

আৰ মুখে তাৰ মুখে খবৰ পাই ঘৰত গোট খোৱা সৰু সৰু লৰা ছোৱালীৰ পৰা বুঢ়ালৈকে বহুতো গুণমুগ্ধ লোকে স্বৰ্গীয় বৰুৱাৰ চোতাল আৰু আগফালৰ খেল পথাৰখন ভৰি পৰিছিল। শৰদেহ আহি পোৱাত পলম হ'ব পাৰে বুলি শুনি কোনো কোনো সেইকণ সময়ৰ বাবে আঁতৰি গৈছিল।

তথাপি ঘৰৰ মানুহবোৰৰ উৎকণ্ঠা চকুত পৰিছিল বাৰে বাৰে বাহিৰলৈ চাই থকা দেখি। 'বৰুৱাৰ দেউতাকৰ মুখৰ মাত নাছিল। কান্দিব নোৱাৰি কাৰণ নোহোৱাকৈ ইজন সিজনৰ মুখলৈ চাই হ'হাঁৰ দৰে কৰিছিল। আটায়ে কোৱা মেলা কৰিছিল ব্ৰজেন বৰুৱাকে বোলে দেউতাকে আটাইতকৈ মৰম কৰিছিল। বাপেকৰ মৰমৰ জোখ থাকে জানো? চকুৰ আগতে গজগজীয়া পুতেক এজনৰ মৃত্যু কিমান অসহনীয় হ'ব পাৰে কথাৰে কোনে বুজাব পাৰিব!

তেখেতও কোঠাৰ পৰা মাজে মাজে ওলাই আহি মাতলগাবলৈ অহা মানুহবোৰক মাতি ফুৰিছিল আৰু ভুলতে হ'লেও একোবাৰ বাটলৈ চাইছিল। উজান বজাৰৰে ভাস্কৰ নাট্যমন্দিৰৰ লগত লাগি থকা আৰু ওচৰৰে নিউ

আৰ্ট প্লেয়াৰৰ কৰ্মকৰ্তাসকলে প্ৰত্যেকেই নিজৰ ৰবীয়াকৈ তেওঁলোকৰ প্ৰিয় ব্ৰজেনদাক শেষ সম্বৰ্ধনা জনাবলৈ উৎকণ্ঠাৰে বাট চাই আছিল আৰু তাৰ মাজতে আনুষ্ঠানিকভাৱে শ্ৰদ্ধা জনাবলৈ অহা বিভিন্ন অনুষ্ঠানত প্ৰতিনিধি সকলৰ লগত দিহা পৰামৰ্শ বিচাৰি ব্যস্ত আছিল।

সেই অকণমান অঞ্চলটোতে গুৱাহাটীত নাট্যামোদী ৰাইজৰ কেন্দ্ৰ আছিল আৰু তাতে নাট্যচৰ্চাৰ পাতনি মেলি এতিয়া বহুতো শিল্পী প্ৰথিতযশা হৈছে। ‘বৰুৱাৰো মনত নাট্যকলাৰ লগতে সংগীত শিক্ষাৰ প্ৰতি ধাউতি জগাইছিল ভাস্কৰ নাট্যমন্দিৰক কেন্দ্ৰ কৰি গঢ়ি উঠা পৰিবেশে।

স্বাভাৱিকতে সেই অঞ্চলৰ সকলোৰে মনত শোকে খুন্দা মাৰি ধৰিছিল।

শৰদেহ আহি পালে কেনি কেনি লৈ গৈ এটা চকুত লগা শোভাযাত্ৰা হ'ব পাৰে এই চিন্তাৰে কেবাজনেও আলোচনা কৰি আছিল। আৰু কেইজনমানে কেইখনমান গাড়ী লৈ কিছুদূৰ আগবাঢ়ি গৈ শৱযাত্ৰী সকলক আগবঢ়াই আনিবলৈও পাঙিছিল।

ঘৰৰ আগফালে চোতালত আৰেলিতে কোনোবাই ধুনীয়াকৈ বিছনা এখন পাতি থৈছিলহি। এজনে ঘৰৰপৰা চোতাললৈ লাইট এটা নমাই অনাৰ ব্যৱস্থাও কৰিছিল।

গধূলি হৈ অহাৰ লগে লগে মানুহবোৰ আকৌ গোটখাবলৈ ধৰিলে। ক্ৰমে গোটেই খেল পথাৰ লোকাৰণ্য হৈ পৰিল। ক্ষণে ক্ষণে সকলোৱে হাতৰ ঘড়ীলৈ আৰু ডিঙি মেলি মেলি বাটলৈ চাবলৈ ধৰিলে। ‘বৰুৱাৰ এজন ভায়েকে গাড়ী এখন লৈ ‘বৰুৱাৰ সৰু সৰু লৰাছোৱালী কেইটিক, ওচৰৰে ক'ৰবাত দিনটোৰ বাবে আছিল হ'বলা, লৈ আহিলগৈ। শৰদেহ আহি পালে সিহঁতৰো, যিমানেই অবুজন নহওক লাগে, চাবৰ মন যাব পাৰে!

সময় যিমানে গৈছে সকলোৰে উৎকণ্ঠা সিমানে বাঢ়ি গৈছে। নগাঁৱৰপৰা বোলে পাঁচ বজাতে এৰিলে। সেইদৰে হ'লে বৰ বেছি আঢ়ৈঘণ্টাত পাবহি লাগে। কিন্তু নাপালেহি। বাটত বোধকৰো আন আন অনুষ্ঠানেও শ্ৰদ্ধা নিবেদন কৰিলে আপোন কলা কুশলতাৰে অসমীয়া ৰাইজৰ বুকুৰ মাজলৈ সোমোৱা স্বৰ্গীয় বৰুৱাৰ শৰদেহত।

লাহে লাহে আঠ বাজিল, আৰু আধা ঘণ্টা গ'ল। তাৰো সম্ভৱ দহমিনিট মানৰ পিছত দূৰৰ পৰাই জীপৰ হৰ্ণ শুনা গ'ল। সম্ভৱ ভাৰি থকা বাবেই জীপখনৰ একেবাৰে বজোৱা হৰ্ণটো আমাৰ কাণত এটা আতুৰ, আকুল চিঞৰ যেন লাগিছিল।

আহিছে! আহিছে! বুলি কেউফালে ৰব উঠাৰ লগেলগে আগতে আলচি থোৱা মতে আমি কেইজনমানে ভিৰটো ভেটিবলৈ চোতালত পাৰি থোৱা বিচনাখন আগুৰি হাতত ধৰাধৰিকৈ থিয় হ'লোহঁক। কিন্তু কেউফালৰ



পৰা ইমানকৈ হেঁচিবলৈ ধৰিলে যে আমি ঠেলা খাই খাই বিচনাখনৰ নিচেই ওচৰ পালোহি। সকলোৱে ‘বৰুৱাৰ মুখখন চাবলৈ এটা অদম্য হেপাহ দেখিলো। কিন্তু আমাৰ অসহ্য লাগিছিল। ভয় লাগিছিল কেনেবাকৈ পিছৰ পৰা অহা ঠেলাৰ কোবত বিচনাৰ কাষত জ্বলাই থোৱা ধূপ-ধুনা-চাকিৰ ওপৰতে পৰোগৈ বুলি। গৰমত ঘামি কেউজন তেনেই তিতিলোহঁক। সেইদৰে থাকিয়ে পিছলৈ অনুনয়েৰে কাকুতি কৰিলোহঁক সকলোকে কিছু সময় ধৈৰ্য্য ধৰি তেতিয়া বিছনালৈ নমোৱা শৰদেহটো ঘৰৰ মানুহখিনিক চাবলৈ অলপ সুবিধা দিবলৈ। আমাৰ কাকুতি মিনতি নেওচি হেঁচা ক্ৰমে বেছি হৈ যাবলৈ ধৰিলে।

উপায় নাপাই বুধি কৰি আমি এটা বাট উলিয়াই দিলেহি আৰু ৰাইজক কাবৌ কৰিলো শাৰি পাতি পাতি শৰদেহৰ কাষেদি পাৰ হৈ যাবলৈ। দেশৰ ডাঙৰ ডাঙৰ নেতাসকল ঢুকালে পুলিচ মিলিটেৰীৰ সহায়ত, বৰফ ফেনৰ বতাহৰ তলত তেনে কৰা আমি ছবিয়ে-কাগজে দেখিছোহঁক।

কৃষ্টিজগতৰ এইজন ডেকাৰ মৃত্যুও যে ইমান দৰ্শনীয় হ'ব ই মৃতকৰ ভাবে সচাকৈয়ে সৌভাগ্যৰ কথা।

ইতিমধ্যে দুজনমান পুলিচ বিষয়া সোমাই আহি আমাক সহায় কৰি দিলেহি। ইতিমধ্যে উলিয়াই দিয়া বাটেদি মানুহবোৰ যাবলৈ আৰম্ভ কৰিলে। এফালেদি তিৰোতা সকলেও একে সুবিধাৰে শৰদেহলৈ চাই চাই আঁতৰি গুছি গ'ল। বহুতৰে চকুত পানী।

ভিৰ তথাপি কমা নাই। হাতত ধৰি আগুৰি থকা দুই এজন অতিষ্ঠ হৈ উঠিল। সোণকাল কৰক, সোণকাল কৰক বুলি অলপ টানকৈ ক'বলৈ ধৰিলে। তাতে সুবিধা বুজি এই বিষয়া কেইজনৰ দুজনমানে প্ৰায় হাতত ধৰি ধৰি মানুহবোৰ পাৰ কৰি দিলে।

তাৰ মাজতে দুই এজনে ফুলৰ মালা, থোপা, ধূপ, এভাগ জ্বলাই দি যাবলৈ ধৰিলে। কেইজনমান অভিনেতাক দেখিলো শৰদেহটো চুই নমস্কাৰ কৰি যোৱা।

সেইফালে চাই থাকিও মই মনে মনে আশা কৰি আছিলোঁ ঘৰৰ মানুহবোৰক কোনোবাই আগবঢ়াই আনক। গুণগ্ৰাহী লোকৰ আবেগ বিহ্বলতাৰ হেঁচাত, মই ভাবিলোঁ, ‘বৰুৱাৰ পৰিবাৰেই হয়তো আহিব নোৱাৰিব ‘স্বামীৰ মুখখন এবাৰ শেষবাৰৰ কাৰণে চাই যাবলৈ। কাৰবাৰ হুঁচ হ'ল, তেখেতক ধৰি আনি বিচনাখনৰ কাষৰে থিয় কৰালোহি। হুৱাওৱাৰে কান্দিছে বেচেৰীয়ে। কিবা এটা বোধকৰো কৈছে ‘বৰুৱাক। কোনেও বুজিব নোৱাৰিলে।

কিন্তু সৰহ-সময় থাকিব নোৱাৰিলে। মনতে ভাবিছিল যদিও আলফুলে সাৰটি ধৰি হেপাহ পলুৱাই কান্দিব নোৱাৰিলে ভদ্ৰমহিলাই। কেবাজনে "হ'ব

আৰু, হ'ব আঁহা" বুলি আঁতৰাই লৈ গ'ল। যেন নিজৰ স্বামীৰ মৃতদেহটো চোৱাৰ, চুই চোৱাৰ অধিকাৰটোও সেইসকল সমাজকৰ্মীৰ অনুমতি সাপেক্ষ! মই অলপ সময় আনমনা হৈ পৰিছিলোঁ। আকৌ কাণত পৰিল "হ'ব আৰু হোৰি! গৈ থাকক!" বুলি বুঢ়া মানুহ এজনক বিষয়া এজনে ঠেলি দিছে। শোকবিহ্বল বুঢ়াৰ মুখত মাত আগৰে পৰা নাছিল। তেতিয়াও চকু দুটা একেথৰে 'বৰুৱাৰ ক'লা পৰি যোৱা মুখখনত। মুখৰ মাত নাই। হাতত বোধকৰো ফুল এপাহ তুলি দিছিল কোনোবাই। মাটিলৈ সৰি পৰিল। ঠেলা খাই পিছলৈ চাই চাই ভদ্ৰলোক মানুহৰ আঁৰ হৈ যাবলৈ ধৰিলে।

কওঁ বুলিও চিঞৰি ক'ব নোৱাৰিলো তেখেতক অলপ সময় ৰ'বলৈ দিয়ক, নহয় যিমান সময় লাগে ৰওক। তেখেত 'বৰুৱাৰ দেউতাক!

মোৰ দৰে আন সকলোৱে মাত হবিল নে যে মৃতকৰ দেউতাকেও 'ৰাজহুৱা স্বাৰ্থ"ৰ খাতিৰত মৃত সন্তানৰ শেষ শয্যাৰ কাষত এখন্তেক ঠিয় হ'ব নোৱাৰিলে! আৰু কোনেও ধৰি তেখেতক ক'ব নোৱাৰিলে—আপুনি নালাগে যাব। অন্ততঃ ঠেলা খাই আঁতৰি যাব নালাগে। বা সেই বিষয়াজনকো তেওঁ সেই মুহূৰ্তৰ পবিত্ৰ কৰ্তব্যত বাধা দিব নোৱাৰিলে!

তাৰ পিছতে বোধকৰো এজনে কৈ উঠিল—"হৈছে আৰু ৰ'লক! নাট্যমন্দিৰতো বহুত মানুহ ৰৈ আছে মালা পিন্ধাবলৈ।"

কেবাজনেও আগবাঢ়ি আহি বিচনাখনত ধৰিলেহি। 'হৰি হৰিবোল' ধ্বনি তুলিলে। দুজনমানে বাটৰপৰা "ব্ৰজেন বৰুৱা জিন্দাবাদ" বুলি চিঞৰিলে।

চাওঁতে চাওঁতেই শৰদেহ লৈ বৈ থকা গাড়ীত তোলা হ'ল। মানুহৰ জুমটো ভাগিল। চোতালখন প্ৰায় মুকলিয়ে হৈ পৰিল।

হঠাৎ মোৰ চকুত পৰিল কোনোবা এটা কোঠাৰ খিড়িকী এখনৰে 'বৰুৱাৰ ছয় নে সাত বছৰীয়া ছোৱালীটিয়ে একেথৰে বাহিৰলৈ চাই আছে। কাষতে ভায়েকটো হ'বলা!

সিহঁতক কোনেও হাতত ধৰি লৈ নাহিল বাহিৰলৈ। কাৰো মনতে নেখেলালে গোটেই দিনটো দেউতাকৰ মুখখন কেৱল সিহঁতক দেখুৱাবৰ বাবেই ইমানবোৰ মানুহে ইমানটো আয়োজন কৰিলে! গোটেই দিনটো ঘৰৰ মানুহবোৰে মুহূৰ্ত লেখি লেখি পাৰ কৰি দিলে। সিহঁতে বাপেকক গোলাঘাটলৈ যোৱাৰ আগতেই যি দেখিছিল।

আৰু! আজি ঘৰৰ চোতালৰপৰাই দেউতাকৰ শৰদেহ ইমান আড়ম্বৰেৰে সিহঁতৰ চকুৰ আগৰপৰাই শোভাযাত্ৰাৰ বাবে লৈ যোৱা হ'ল। সকলোৱে চালে, দেখিলে। কেৱল অকন অকন লৰাছোৱালী হালকহে সেই শেষদৃষ্টিৰ পৰা বঞ্চিত কৰা হ'ল। যশস্যাৰ ইমানেই দাম!





## শেষ দেখা

শোভাযাত্ৰাটোত যোগদানকাৰীৰ সংখ্যা ক্ৰমে বাঢ়ি গৈছে। এজন-দুজন, তিনিজন, চাৰিজন, ছজন-সাতজন। প্ৰত্যেক জনেই অসমীয়া সংস্কৃতিৰ ইতিহাসত একোটা অবিস্মৰণীয় অধ্যায় যোগ দিয়ে। নতুন ইতিহাস ৰচনাৰ কাৰণে কাপ-মৈলাম যোগাৰ কৰি লয়, কিন্তু তাতেই যৱনিকা নামি আহে। ইতিহাসৰ ৰচক নিজেই ইতিহাস হৈ পৰে—অবিস্মৰণীয় ইতিহাস, কিন্তু বৰ কৰুণ, বৰ মৰ্মন্তুদ, বৰ ব্যথাদীৰ্ণ।

প্ৰমথেশ বৰুৱা, জ্যোতিপ্ৰসাদ, বোহিনী বৰুৱা, পাৰ্বতীপ্ৰসাদ, বিষ্ণুৰাভা, ফণীশৰ্মা, সৰ্বেশ্বৰ আৰু, আৰু তাৰ পিচত—ব্ৰজেন বৰুৱা। প্ৰত্যেকেই একোটা মাইলৰ খুটি,—ওখ চাপৰ উজ্জ্বল, অনুজ্জ্বল, কিন্তু আমাৰ সংস্কৃতিৰ ৰাজআলিৰ দুয়োপাৰৰ এই মাইলৰ খুটিবোৰৰ কাষত বৈ এবাৰ চকু ফুৰাই নগ'লে আমি আগবাঢ়িব নোৱাৰোঁ। আৰু আমাৰ আছেইবা কি? চাৰিওফালে ক্ষতি আৰু ব্যৰ্থতাৰ ঢাকিব নোৱৰা কৰুণ ছবি। আমাৰ দৈন্যৰ অন্ত নাই। মৰা ইতিহাসৰ জৰাজীৰ্ণ মুকুট মূৰত পিন্ধি আমি ভূঞাৰ পোৱালী বোলোৱাৰ হাস্যকৰ ভাও দি যাব লাগিছোঁ। অসমক গ্ৰাস কৰি কোনোবাই বৃহত্তৰ বাংলা কৰিব বুলি আস্ফালন কৰি থাকোঁতেই, অসমখন ছিগি-ভাগি, জহি-পমি এক কংকালসাৰ অস্তিত্বলৈ নিশ্চিহ্ন হৈ যোৱাৰ পথত আগবাঢ়িছে।

এই গৱাখহনীয়াৰ বিৰুদ্ধে, নিজ পৰিচয় হেৰুৱাই পেলোৱাৰ গ্লানিৰ বিৰুদ্ধে থিয় দিবৰ কাৰণে যি দুটা এটা স্বপ্নবিলাসী অহোবলীয়াই মূৰ দাঙি ক'কাল পোনাই থিয় দিবলৈ ক'কালত টঙালী বান্ধি ওলাই আহে, সিয়েই আকস্মিকভাৱে অভাৱনীয়ভাৱে ঢলি পৰে নিষ্ঠুৰ মৰণৰ বুকুত। ৰচিত হয় অপূৰ্ণতাৰ ইতিহাস, সম্ভাৱনাৰ অক্ষম প্ৰশস্তি।

যোৱা দেওবাৰে, আজি দুদিনৰ আগৰ দেওবাৰে পুৱা ৯ বজাত ব্ৰজেন

বৰুৱা নাহৰণিলৈ আহিছিল—সদলবলে, লগত নলীন দুৱৰা আৰু জীৱন বড়া আৰু দাবা আৰু বহুতক লৈ। ফিল্ম ডাইৰেক্টৰ ব্ৰজেন বৰুৱা। আহিছিল কুৱালগুৰিৰ এজাক ছোৱালী—পকা আহুধাননিত ওপজা সোণৰ মাটিৰ সন্ধানত। বতৰ আগাগোমা, আকাশত ডাৱৰ আছিল।

ঘৰৰ আগৰ ফুলনিখনত মই ফুলৰ গুৰিৰ ঘাঁহ-বন চাফা কৰিছিলোঁ।

আমাৰ পদুলিমুৰত গাড়ীখন ৰৈ গ'ল। গাড়ীৰপৰা নামি আহিল হাঁহি-মুৱা ব্ৰজেন বৰুৱা।

মই ফুলনিৰপৰা ওলাই আহিলোঁ। মোৰ দুয়োহাতত মাটি বোকা লাগি আছিল। সেই দুখন হাত আগবঢ়াই ব্ৰজেনক সম্ভাষণ জনাবলৈ ইতস্ততঃ কৰি দুখোজ আগুৱাওঁতেই তেওঁ মোক সাৱটি ধৰিলে।

ক'লে, "এতিয়া নবহোঁ। ঘূৰি আহি বহিম। এতিয়া আপোনালোকৰ নাহৰণি পথাৰলৈ যাওঁ।"

মই আৰু নাৰাখিলোঁ, বৰুৱাহঁত গাড়ী লৈ আমাৰ ঘৰৰ দুই ফাৰ্লং নিলগৰ পকা আহুধাননিখনৰ ফালে আগবাঢ়িল। তাতেই চুটিং হ'ব।

ব্ৰজেন বৰুৱাৰ লগত মোৰ চিনাকি আৰু বন্ধুত্ব বহুদিনীয়া। ১৯৪৮ চনত মই ৰেডিঅ'ৰ প্ৰগ্ৰেম এছিষ্টেণ্ট থকা দিনত বৰুৱা আছিল ৰেডিঅ'ৰ শিল্পী-গায়ক। তেওঁৰ ঘৰৰপৰা তেতিয়াৰ ৰেডিঅ' ষ্টেচন দুই মিনিটৰ বাট। বৰুৱাৰ প্ৰগ্ৰেম থাকিলে কাঁটাই কাঁটাই মিলাই ষ্টুডিঅ'লৈ আহে। গানকেইটা গায়, আৰু গুছি যায়। গান গাবলৈ অহা মানুহে কথা পতাৰ কি দৰকাৰ?

ব্ৰজেনে কম কথা কৈছিল—হয়তো চিন্তা কৰিছিল এটি নতুন গানৰ সুৰ, নতুন গীতৰ কথা।

১৯৫৪ চনত তামিলনাদুৰ নাটক কালাগামৰ নিমন্ত্ৰণত আমি ৯৬ জন উত্তৰ ভাৰতীয় লোক শিল্পী দক্ষিণ ভাৰত ভ্ৰমণৰ কাৰণে গৈছিলোঁ। মোৰ লগত আছিল গায়ক ব্ৰজেন বৰুৱা আৰু তেওঁৰ ভায়েক ৰমেন বৰুৱা। (এতিয়া সুপ্ৰতিষ্ঠিত সংগীত পৰিচালক) উদাত্ত কণ্ঠে ব্ৰজেন বৰুৱাই আই, পি, টি, এৰ আৰম্ভণি গীত গায়—

"চাৰে জাহাঁ চে আচ্ছা
হিন্দুস্তাঁ হামাৰা।

ভালেমান দিনৰ সাহচৰ্য্য। সেই একেই নিৰ্ভৰযোগ্য শিল্পী—কিছু উদাস, কিছু নীৰৱ, কিন্তু সদায় প্ৰগ্ৰেম সফল কৰাত অকুণ্ঠ মনোযোগী। ব্ৰজেন তেতিয়া ২৪ বছৰীয়া এজন সুঠাম ডেকা।

ক'ৰবাত হোৱা সংগীতানুষ্ঠানত হঠাৎ ব্ৰজেনক কেতিয়াবা লগ পাই যাওঁ। দিনে দিনে ব্ৰজেন শিল্পী হিচাপে পূৰ্ণতা আয়ত্ত কৰাৰ পথত আগ-



বাঢ়িছে। চকুৰে মুখে এটা প্ৰতিশ্ৰুতি—ব্ৰজেন শিল্পী হ'ব—কেৱল শিল্পী, আন একো নহয়। অসমত শিল্পী হোৱা সহজ, শিল্পী হৈ জীয়াই থকা আটাইতকৈ টান। আমাৰ প্ৰতিভাৱান শিল্পীয়ে চাকৰি কৰে ষ্টেট-ট্ৰেঞ্চপ'ৰ্টৰ কণ্ডাক্টৰ, ৰেলৰ টি, টি, আই, পুলিচৰ এচ, আই, নাইবা কোনো অশিল্পীসুলভ অনুষ্ঠানত। শিল্পীৰ শিল্পীজীৱন কটাবলৈ যত্ন কৰাৰ অন্য নাম আত্মহত্যাৰ পথ লোৱা।

ব্ৰজেন বৰুৱাই সেই পথকে বাছি লৈছিল। যি একা-বেঁকা পথ আগবাঢ়ি-ছিল বহুত সম্ভাৱনা আৰু বহুত অনিশ্চয়তাৰ মাজে মাজে।

"হেই মালিক, চাওঁদিয়ক, চাবি অনা পইচা দিয়ক—"

"চাৰি অনা নাই যদি, যি আছে তাকে দিয়ক—"

কলিকতাৰ টালিগঞ্জত ব্ৰজেন বৰুৱাৰ মাত। আমি বঙা পুলিচ কথাছবি কৰিবৰ কাৰণে তাতে আছোঁ। ব্ৰজেনো আছে কলিকতাতে। নিপ বৰুৱা পৰি-চালক। ব্ৰজেনক চাৰি অনা পইচা লাগে—ট্ৰামৰ ভাড়াৰ কাৰণে।

লাহে লাহে ব্ৰজেন বৰুৱা মুভি কেমেৰাৰ সন্মুখলৈ আহিল এখোজ-দুখোজকৈ। বৰুৱা হ'ল ছাঁয়া ছবিৰ অভিনেতা। লগে লগে প্ৰচেষ্টা চলাই গ'ল কথাছবি নিৰ্মাণ কৰাৰ ডিৰেক্টৰ হোৱাৰ......

"ডাক্তৰ বেজবৰুৱাৰ" অভাৱনীয় সাফল্যৰ পিচত এদিন ব্ৰজেনৰ এখন চিঠি পাইছিলোঁ,—

......যোৱা ২।৩ মাহৰ ভিতৰত মই ইমান অসমীয়া গল্প-লিখকৰ গল্প পাইছোঁ আৰু পঢ়িছোঁ যে সিমান গল্প মই গোটেই জীৱনতে পঢ়া নাই। অকল গল্পৰ পৰীক্ষা লোৱা হলে কিজানি মই অসমীয়াত এম, এ, পাছ কৰিলোঁ-হেঁতেন।

আপুনি এটা কাম কৰক। তিনিখন বেয়া হিন্দী চিনেমা চাওক। তিনিও-খনৰ কাহিনীৰ একোডোখৰ জোৰা দি এটা কাহিনী কৰক আৰু মোলৈ পঠিয়াই দিয়ক। তাৰে মই এখন ধুনীয়া ছবি কৰিম।..."

বিৰক্তিৰ লগত মিহলাই লিখা লঘু ভাৱৰ চিঠি। উত্তৰ দিছিলোঁ। বিভিন্ন লিখকৰ গল্পৰ সমুদ্ৰত ডিৰেক্টৰ ব্ৰজেন বৰুৱা ডিঙিলৈকে ডুব গৈ টেণ্টেলাচৰ দৰে বকবকাই আছিল—চিনেমা কৰিব পৰা এটা উপযুক্ত গল্প বিচাৰি। শেষত ধুই-মচি নিকা কৰি লৈছিল মুকুতা।...

অসমীয়া ৰাইজে ব্ৰজেনৰ কাৰণে নিঃসংকোচে আগবঢ়াই দিলে সেইখন আসন, যিখন আসন এদিন অধিকাৰ কৰি বহিছিল প্ৰমথেশ বৰুৱাই, জ্যোতিপ্ৰসাদে......

"ওপজা সোণৰ মাটি"ৰ শেষ গানটোৰ পিকচাৰইজেচন কৰা হৈছে আমাৰ গাঁৱৰ এডৰা পকা-ধাননি পথাৰত। আহুধাননি পথাৰত পানী আছে।

বৰুৱাৰ পূৰ্বৰ্ণ জধলা পেণ্টটোৰ পাতলি মোকোটাই লোৱা, ভৰিত জোতা চেণ্ডেল একো নাই। ভৰিত আঠুলৈকে বোকা-পানী।

এদল দাৱনীয়ে ধান দাইছে—হাঁহি নাচি গীত গাইছে। বহল পকা ধাননি পথাৰ। ডেকাহঁতে ডাঙৰী বান্ধিছে, কঢ়িয়াইছে; থৈছে, বৈছে,—আকাশ আৰু পথাৰৰ পেন'ৰমিক ভিউ। কেমেৰামেন নীলন দুৱৰাৰ ভৰিতো আঠুলৈকে বোকা, বতৰ বেয়া, একোজাক বৰষুণ আহিছে হৰহৰ কৰে, আকৌ ফটফটীয়া টান ৰ'দ ওলাইছে।

কিন্তু ব্ৰজেন বৰুৱা দৃঢ়প্ৰতিজ্ঞ, ইয়াতেই আজিয়ে 'ওপজা সোণৰ মাটি'ৰ চুটিং শেষ কৰিব।

নলীনক সুধিলোঁ, "নলীন, বতৰ এনেকুৱা, ফটোবোৰ বেয়া নহয়তো?"

নলীনে আশ্বাসেৰে ক'লে, "সৰহভাগ চুটিং এনে বতৰতে লোৱা হ'ল। বেয়া নহয়।"

ব্ৰজেনক কলোঁ, "আমাৰ দৰ্শকে বাৰু বিশ্বাস কৰিবনে যে এনেকৈ এটা গানৰ পিকচাৰাইজেচন কৰি থাকোঁতেই পাঁচবাৰ বৰষুণ দিয়ে; সাতবাৰ ৰ'দ দিয়ে?"

ব্ৰজেনে মাথোন চমুকৈ কৈছিল—"এৰা—"

ল'ৰা-ছোৱালীবোৰে হেঁ'চি ধৰিছিল, 'চিনেমা কৰা' চাবৰ কাৰণে। মাজে মাজে সিহঁতক কেমেৰাৰ সমুখৰপৰা আঁতৰোৱেই টান হৈছিল। তেতিয়া কৌতূহলী ল'ৰা-ছোৱালীবোৰক আমনি নকৰি ব্ৰজেনে যিফালে অলপ শূণ্য যেন দেখিছিল সেই ফাললৈকে শিল্পীক নি নলীনক কেমেৰাৰ লেণ্ড সেইফালে ঘূৰাবলৈ কৈছিল।

ৰ'দ-বৰষুণ, বৰষুণ-ৰ'দ। ল'ৰা-ছোৱালীবোৰৰ ভিৰ। কোনোদিন মুভি কেমেৰাৰ সমুখত থিয় নিদিয়া এজাক ছোৱালী, এদল ডেকা। কোনো মেক-আপ নাই।

দুজনীমান ছোৱালীয়ে চিনেমাত উঠিবলৈ সোণৰ বালা, কাণফুল পিন্ধি আহিছিল। ব্ৰজেনে কলে—'ধান দাবলৈ যাওঁতে জানো এনেকুৱা অলংকাৰ পিন্ধি যায়—সোলোকাই থোৱাহঁক।

ছোৱালী কেইজনীয়ে খম-খমীয়া ইস্ত্ৰী দিয়া মুগাৰ মেখেলা পিন্ধি গৈছিল। ব্ৰজেনে কলে, "অ এতিয়া কি কৰা যায়! এওঁলোক কাৰোবাৰ বিয়ালৈহে আহিছে জানিবা।"

ছোৱালীবোৰক তলত পানী থকা ধাননি পথাৰলৈ নমাই দিয়া হ'ল। পানীত তিতি মেখেলাবোৰৰ ইস্ত্ৰীৰ ভাঁজ ভাগিল।

ব্ৰজেন পাৰ্টিকুলাৰ। গানটোৰ দুটা শব্দৰ কাৰণেও একোটা সুকীয়া চট



লৈছে, এটা শাৰীৰ কাৰণেও একোটা সুকীয়া চট। গানৰ পিকচাৰাইজেচন যে কিমান দিগদাৰিৰ কাম।

এটা চট লৈ হোৱাৰ পিচত ব্ৰজেনে হাঁহি আৰু বিৰক্তি মিহলি মাতেৰে মোক কলে—"মালিক চাহাব, আপুনি পলিটিক্স কৰোঁতে এখন আইন কৰিব নোৱাৰেনে, যে কোনো ছবিতে গান থাকিব নোৱাৰিব। গান থাকিলে দহহাজাৰ টকা বা বিশ হাজাৰ টকা ফাইন ভৰিব লাগিব, নহলে এক বছৰ বা দহ বছৰ জেইল হ'ব।"

এইখিনি কথা কোৱাৰ মাজতে ব্ৰজেনে পিচৰ চটটোৰ চিন্তা কৰিছিল মনে মনে। কথাখিনি কৈছিল মুখেৰে। কথাখিনি শেষ কৰিয়ে বৰুৱা নামি গৈছিল ধাননিডৱালৈ শিল্পীখিনিক ৰেডি কৰি লবৰ কাৰণে।

এজন ডেকা আৰু এজনী গাভৰু। সিফালে এখন বিস্তীৰ্ণ ধাননি পথাৰ, তাৰ সিপাৰে এখন কোমল দুৰণীয়া আকাশ। দুয়োৰে মুখত গান। দুয়ো দুয়োৰে মুখলৈ চায়; লাহে লাহে ছান্দিক ভংগীৰে কুঁজা হয় আৰু দুয়ো ধৰিত্ৰীৰ বুকুৰপৰা আঁজলি ভৰাই তুলি আনে ধাননি পথাৰৰ দুমুঠি সেমেকা মাটি—ওপজা সোণৰ মাটি। ডেকা-গাভৰুৰ মুখত হাঁহি—এই মাটি জীৱনৰ কোলা—জীৱনৰ আধাৰ ভূমি—

নলীনৰ কেমেৰা বাৰে বাৰে বৈ যায়। ব্ৰজেনৰ মনৰ লগত দৃশ্যাবিধৰ অভিনয় মিলা নাই। কেইবাবাৰো শিকাই দিবলগীয়া হৈছে। অৱশেষত-ষ্টাৰ্ট-কেমেৰা গান বাজিছে—ওপজা সোণৰ মাটি—এহাল ডেকা-গাভৰু—এখন উদাৰ আকাশ—দুমুঠি মাটি—কাট।

'ওপজা সোণৰ মাটিৰ' চুটিং শেষ।

ব্ৰজেনে আকৌ এটা চিগাৰেট জলালে।

দিনৰ আঢ়ৈ বাজিছে তেতিয়া। ৰাতিপুৱাতে চাহ-জলপান খাই অহা ল'ৰা-ছোৱালী, কলা কুশলীহঁতৰ মুখ পৰিশ্ৰান্ত।

ব্ৰজেনৰ হাতত ধৰি মই কলোঁ, "বৰুৱা নাখাই-নবৈ দেহা পাত কৰি এনেকৈ আৰ্ট কৰিবলৈ থওক। কি লাভ হ'বহে? আমাৰ নিচিনা মানুহ মৰিলে শোক-সভাও নাপাতে। পাতিলেও পিচৰবোৰ মানুহ থিয়ই নহয়। আহক, খোৱা-বোৱা কৰকহি। আঢ়ৈ বাজিল।"

কুলক্ষণীয়া কথা। মৰাৰ কথা, শোকসভাৰ কথা, কিয় কেনেকৈ মোৰ মুখৰ-পৰা ওলাইছিল ক'ব নোৱাৰোঁ। অৱশ্যে ধেমালিতে কৈছিলোঁ।

হাঁহি ব্ৰজেনেও কৈছিল, "এৰা বলক। চুটিং শেষ, এতিয়া খোৱা যাওক।"

গাঁৱৰ ল'ৰা-ছোৱালীবোৰ লাহে লাহে ঘৰাঘৰি গ'ল, ব্ৰজেন আৰু তেওঁৰ দলৰ প্ৰায় ৬০ জন পুৰুষ আমাৰ ঘৰলৈ আহিল।

ব্ৰজেন-নলীনহ'তৰ হাতেভৰিয়ে বোকা। অভিনয় কৰা ল'ৰা-ছোৱালী-বোৰবো।

খোৱা-বোৱা শেষ কৰাৰ পিচত আমাৰ বাট-চ'ৰাতে আমি বহিলোঁ—মই, ব্ৰজেন, নলীন, জীৱন বড়া, প্ৰফুল্ল বড়া আৰু কেইবাজনো। মোৰ মনত পৰিল আজি কিছুদিনৰ আগৰ এটা দিনৰ কথা। মই কলোঁ "এইখন চকীতে বহিছিল ফণীশৰ্মা, এইখনত মই, আমি ইয়াতে বহি চিবাজৰ চুটিং সম্পৰ্কে আলোচনা কৰিছিলোঁ। পিছে ইয়াৰপৰা গৈয়ে ফণীশৰ্মা......"

একে ধৰণৰ পৰিস্থিতিটোৱে মোক ফণীশৰ্মালৈ মনত পেলাই দিছিল। কিন্তু কিয় সেইকথা মই কৈছিলোঁ আজিও ভাবি পোৱা নাই।

আমি অন্যান্য বহুত কথা পাতিলোঁ। সাংবাদিক সাহিত্যিক আমাৰ প্ৰফুল্ল বড়ায়ো বৰুৱাক কিছু কথা সুধিলে, বৰুৱাই উত্তৰ দিলে।

"ইয়াৰ পিচত কি ছবি কৰিব?" মই সুধিলোঁ।

"আপুনিতো গল্প নিদিলে, দিয়কনা গল্প এটা—" বৰুৱাই কলে।

"কিন্তু, অসমীয়া দৰ্শকে কি ভাল পায়, তেওঁলোকে কি বিচাৰে মই সঠিক আজিও বুজিব পৰা নাই" মই কলোঁ।

তেওঁ জোৰেৰে কলে "অসমীয়া দৰ্শকে কি বিচাৰে কি ভাল পায় ময়ো আজিও বুজিব নোৱাৰিলোঁ, ডক্টৰ বেজবৰুৱাতকৈ এখন বেয়া ছবিৰ কথা আপুনি ভাবিব পাৰেনে? আজি-কালিৰ দিনত কাষত কলহ লৈ দল বান্ধি গাভৰু ছোৱালীয়ে ক'ত পানী আনিবলৈ যায়? আকৌ সিহ'তৰ মাজত ওলালগৈ নিপন। আৰম্ভ কৰিলে সেইবোৰ বান্দৰামি ক'ববাত সম্ভৱনে? মই জানিবা গাঁৱলীয়া মানুহ দুটাই খেদি অহা দেখুৱাই শেষ ৰক্ষা কৰিলোঁ। সম্পূৰ্ণ এবচাৰ্ড কথা। অথচ সেইটোৱেই হ'ল হিট।

আৰু ডক্টৰ বেজবৰুৱাই ভেশচন কৰি পঁচিশ বছৰ ডিব্ৰুগড়তে সোমাই থাকে, অথচ কোনেও একো নাভাবে। ইয়াতকৈ এবচাৰ্ড আৰু কিবা হ'ব পাৰেনে? অথচ এই এবচাৰ্ড ছবিখনে লাখ লাখ টকা ঘটিলে।

মোৰ দুটা ইচ্ছা আছিল—এখন বেয়া থিয়েটাৰ কৰা, আৰু এখন বেয়া ছবি কৰা। দুয়োটা কৰা হ'ল। ডক্টৰ বেজবৰুৱা স্ক্ৰিপ্টখন মই ছবছৰে কৰিছিলোঁ।

নিজৰ সম্পৰ্কে ইমান নিষ্ঠুৰ আৰু কঠিন মন্তব্য অতি কম ডিৰেক্টৰে বা চিত্ৰনাট্য ৰচকে দিব পাৰে।

ব্ৰজেনৰ মাতত অসন্তুষ্টি স্পষ্টভাৱে প্ৰকাশ পাইছিল।

মই সুধিলোঁ, "আপুনিতো বহুত ছবি কৰিলে, ভাগৰ লগা নাইনে বৰুৱা?"

বৰুৱাই কলে, "আপুনিতো জানে এখন ছবি সম্পূৰ্ণ কৰাটো কিমান কষ্টকৰ কথা। গানৰ পিকচাৰাইজেচনৰ কথাকে ধৰক—এবচাৰ্ড নহয় জানো?



ধান দাওঁতে গাভৰু ছোৱালীয়ে দল বান্ধি ক'ববাত গান গায় নেকি, নাচে নেকি? অথচ গান দিবই লাগিব, গান পিকচাৰাইজ কৰিবই লাগিব, এবচাৰ্ড নহয় জানো?

এনেকুৱা এবচাৰ্ড কামবোৰ কৰি কেতিয়াবা ভাগৰ লগা নহয়, কিন্তু এখন ছবি শেষ কৰি হলে আন এখন নতুন ছবি কৰিবৰ কাৰণে মনটো উন্বাউল হয়। ভাগৰ পাহৰি যাওঁ।" বৰুৱা শ্ৰান্ত হৈ পৰিছিল কাৰণেই মই বৰুৱাক ভাগৰ লগাৰ কথা সুধিছিলোঁ।

মই ভিতৰলৈ গলোঁ, আৰু মোৰ টেপ ৰেকৰ্ডাৰটো আনি বৰুৱাৰ সমুখৰ আমাৰ মাজৰ মেজখনৰ ওপৰত থলোঁ। ভাবিছিলোঁ কিবা গান এটি বৰুৱাৰ মুখৰপৰা ৰেকৰ্ড কৰি থওঁ, নাইবা বৰুৱাৰ কিবা কথা দুআষাৰমানকে ৰেকৰ্ড কৰি ৰাখোঁ।

কিন্তু বৰুৱাৰ মুখলৈ চাই তেওঁক বৰ পৰিশ্ৰান্ত যেন দেখিলোঁ। তেওঁৰ কথা, গান ৰেকৰ্ড কৰাৰ পৰিবৰ্তে মই কিছুদিন আগতে ৰেকৰ্ড কৰি থোৱা আমাৰ গাঁৱৰ সৰু ল'ৰা এটাৰ গান দুটাকে বজাব ধৰিলোঁ।

ভলিউম বেচি হৈছিল, বৰুৱাই নিজেই ভলিউম কমাই দিলে। মই আৰু বৰুৱাৰ কণ্ঠস্বৰ ৰেকৰ্ড নকৰিলোঁ, এতিয়া আক্ষেপ হৈছে। হয়তো বৰুৱাৰ শেষ গীতৰ দুটা শাৰী মোৰ ৰেকৰ্ডাৰটোৰ বুকত চিৰ-জাগ্ৰত হৈ শুই থাকিল-হেঁতেন মোৰ কাৰণে এক দুৰ্লভ সম্পদ হৈ, কৰা নহ'ল।

আৰু বহুত কথা পাতিলোঁ। 'ওপজা সোণৰ মাটিৰ' প্ৰযোজক জীৱন বড়া, কেমেৰামেন নলীন দুৱৰা, ইউনিটৰ অন্যান্য মানুহ সকলোৰে মাজত বহি আমি তেনেই ইনফৰ্মেলি কথাবোৰ পাতিছিলোঁ।

ফণীশৰ্মাৰ কথা এষাৰৰ পুনৰুক্তি বৰুৱাৰ মুখতো শুনিলোঁ "চিনেমাত যিমানে বেচিকৈ কন্দুৱাব পাৰে, অসমীয়া মানুহে সিমানে ভাল পায়। প্ৰশ্ন হৈছে আপুনি কেইগেলান চকুপানী দৰ্শকৰ চকুৰপৰা উলিয়াব পাৰিলে।"

ভিতৰত বিচাৰি মই মোৰ তিনিখন সৰু উপন্যাস বৰুৱাক দিলোঁ—ত্ৰিশূল, অগ্নিগৰ্ভা আৰু জয়া মণিকা ইত্যাদি।

"আৰু কিতাপ মোৰ হাতত নাই—এই কেইখনকে পঢ়ি চাওঁকগৈ।"

বৰুৱাই কিতাপকেইখন হাতত লৈ পাত লুটিয়াই চকু ফুৰাই গ'ল।

নাহৰণি সমাজবাদী যুৱক সমাজৰ তৰফৰপৰা তেওঁলোকৰ নিজা ক্লাৱত সামান্য সম্বৰ্ধনা জনোৱাৰ আয়োজন কৰিছিল। তেওঁলোকে নিবলৈ আহিল।

বৰুৱা যাবলৈ সাজু হ'ল। কিন্তু ভৰি শুদা। আৰু পেণ্ট সেই বোকা লগাটোৱেই।

"আপোনাৰ চেণ্ডেল, বৰুৱা?" মই সুধিলোঁ।

"গাড়ীত থাকিব পায়—"—বৰুৱাই কলে।

শ্বদা ভবিবেই ক্লাবৰ সম্বৰ্ধনা লবলৈ বৰুৱা ওলাই আহিল। নলীন, প্ৰফুল্ল দাবাহঁতো আহিল। মই গাইড।

যাওঁতে মটৰেৰে গলোঁ। কিন্তু ক্লাবৰপৰা ঘূৰি আহোঁতে তেওঁ শ্বদা ভবিবে খোজ কাঢ়িয়ে আহিল। আমাৰ গাঁৱৰ মাটিখিনি গচকি যেন তেওঁ এটা তৃপ্তি পাইছিল।

আকৌ আমাৰ ঘৰত বহি ভালেমান পৰ আমি বিভিন্ন কথা-বতৰা পাতিলোঁ। বৰুৱাৰ মনটো তেতিয়া বৰ প্ৰফুল্ল।

অৱশেষত বৰুৱাই যাবলৈ বিদায় ললে। মই আৰু আমাৰ ঘৰত থকা সকলে বিদায় দিলোঁ। মটৰৰ পিচৰ চীটত বহি মই দিয়া মোৰ কিতাপ-কেইখনেৰেই বিদায় নমস্কাৰ জনাই বৰুৱাই কলে—"যাওঁ দেই থাকিব।"

গাড়ীখন আমাৰ চোতালৰপৰা পদূলিয়েদি ওলাই গ'ল। আমি তাতে থিয় দি থাকিলোঁ।

মাজত দুটা দিন-সোম আৰু মংগল। আজি বুধবাৰ। মই আৰু বিপিন দত্ত গোলাঘাটৰপৰা ঘূৰি আহিছোঁ। ব্ৰজেনক আমি নাপালোঁগৈ এক বজাতে ব্ৰজেনক গুৱাহাটীৰ ঘৰলৈ নিলেগৈ, আমাৰপৰা বিদায় লোৱাৰ মাত্ৰ দুদিন আগতে ব্ৰজেনক এনেকৈ মোৰ নিজা ঘৰতে লগ পাম বুলি কাহানিও ভবা নাছিলোঁ, আৰু ভবা নাছিলোঁ যে মই দিয়া, উপন্যাস তিনিখন পাঢ় শেষ নৌ কৰোঁতেই তেওঁৰ অপূৰ্ণ স্বপ্নবোৰৰ লগতে তেওঁৰ প্ৰাণহীন দেহাটো কাঢ়িয়াই নিয়া জীপখনতে কিতাপকেইখন পঠিয়াই দিব লাগিব। প্ৰমথেশ বৰুৱা মৰোঁতে মই দুখ কৰিছিলোঁ, জ্যোতিপ্ৰসাদ মৰোঁতে মই মৰ্মদাহী আঘাত পাইছিলোঁ, কিন্তু বিষ্ণুৰাভা আৰু ফণী মৰোঁতে মই নীৰৱে কান্দিছিলোঁ আৰু আজি ব্ৰজেন বৰুৱাৰ মৃত্যুত মই কান্দিবও নোৱৰা হৈছোঁ। মোৰ অসহায় আৰু নিষ্ফল কান্দোনেৰে মই ব্ৰজেনৰ মৃত্যুৰ মহানতাক সৰু কৰিবলৈ নিবিচাৰোঁ।

বাৰে বাৰে মোৰ কাণত বাজিছে ব্ৰজেনৰ শেষ কথাষাৰ—"যাওঁ দেই"—এই শব্দ দুটা আমাৰ ঘৰৰ আগৰ দেৱদাৰু পুলিকেইটাৰ পাতত লাগি আছে—সিহঁতৰ প্ৰতিটো কঁপনিয়ে ব্ৰজেনৰ কথা মোৰ মনত পেলাইছে, মনত পেলাই থাকিব।

মোৰ খুব কান্দিবৰ মন গৈছে, কিন্তু মই কান্দিব পৰা নাই। অসমৰ আকাশখনৰ বোবা কান্দোন মোৰ কাণত পৰিছে।

গুৱাহাটীত এতিয়া কি হৈছে ভাবিলৈকে মোৰ ভয় লাগিছে। ৰাতিটো বৰ জয়াৰ জয়াৰ লাগিছে।





## বজ্ৰপাত

আকাশৰ পাৰ ভাঙি নামে
জোনাকৰ ঢল.........
*
লক্ষ বীৰৰ শোণিত-সিক্ত মুক্তি-পতাকা মোৰ
শংকা-বিহীন মৃত্যু-বিজয়ী প্ৰাণ......
*
হিন্দু-মুছলমান
বৈ যায় সোঁ বিজয়-ৰথ
বৈ যায় বৈ যায়......

সুৰ-তৰংগৰ কোলাত আন্দোলিত এই গীত কেইটিৰ কথাই আজিও মোৰ বুকুৰ পাৰত খলকনি তুলি যায়।

এই গীতৰ কথাভাগ মোৰ আদৰ্শ কবি আৰু গীতিকাৰ মিতভাষী অজিত-মল্ল বৰুৱাৰ। কথা ভাগক সুৰেৰে প্ৰাণময় কৰি তুলিছিল ব্ৰজেন বৰুৱাই। সেই ব্ৰজেন বৰুৱাৰ কথা! সেই ব্ৰজেন বৰুৱা যি আপোন কৰ্ম-স্ৰোতৰ বুকুতে বুকু দি লীন গ'ল। ব্ৰজেন বৰুৱাৰ বিষয়ে লিখাতে অলপ অসুবিধা আছে। সি গৈ মোৰে আত্ম-জীৱনী হৈ যাব পাৰে। তথাপি, লিখিবই লাগিল যেতিয়া, লিখিবলৈ ওলাইছো। মঞ্চত মোক দেখা পালে যাতে পাঠকে এটা পৰিপূৰক সৰু পাৰ্শ্ব-চৰিত্ৰ বুলিয়েই ভাবে।

### ॥ কটন কলেজত ॥

গাৱঁৰ হাইস্কুলৰ পৰা নগৰৰ কলেজত নাম লগাইছোঁহি। কটন কলেজৰ আকৰ্ষণ তেতিয়াও ম্লান হোৱা নাই, বিশেষকৈ আমি গাৱঁলীয়া লৰাবোৰৰ

কাৰণে। কলেজৰ টোলত সোমায়েই সেয়ে প্ৰথম বছৰটো আছিলো ইয়াৰ অদৃশ্য-পূৰ্ব বিচিত্ৰতাৰ এক অবাক দৰ্শক। এনে এটা মানসিক অৱস্থাতেই মোতকৈ ওপৰ-শ্ৰেণীত পঢ়া জনদিয়েক সুদৰ্শন ছাত্ৰৰ চলন-ফুৰণে মোক আকৰ্ষণ কৰে।

নিউ আৰ্টছ্ বিল্ডিঙৰ সন্মুখৰ বৰ-আলিটোত ৪-৫ জনমান লৰাক সদায়েই একোটা সময়ত জুম পাতি থকা দেখোঁ। কিবাকিবি কথা পাতে। মিচিক-মাচাক হাঁহে। আঁতৰৰ পৰা ৰাতিৰ জুই খেদি লাভ নাই। কলেজখনৰ টোলৰ অ'ত-ত'ত অনেক জুম। ক'ৰবাত বাহু-দাঙি তৰ্কা-তৰ্কি হৈছেঃ ৰাজনীতি। ক'ৰবাত সাহিত্যক কেন্দ্ৰ কৰি তপত আলোচনা। কলেজৰ পদূলিত এটা জুমেৰা সহ-পাঠিনীক বিৰক্ত কৰিছে—গগণধ্বনীয়া কণ্ঠেৰে। নিজৰ চেঙেলীয়া অভিজ্ঞতা-লৈ মনত পৰিছিল, বিহু-গীতৰ সেই কথাফাকিলৈ—'বাটত পালে তোমাক জোকাম'। চিঞৰ-বাখৰ বেয়া পালেও এই ধেমালিৰ মৰ্মৰ লগত নিজৰ একাত্মতা গোপনে স্থাপন কৰি সুখ পাইছিলো। কিন্তু মনটো এইবোৰত একেবাৰে বহা নাছিল; মন টান খাইছিল আন এটা জুমলৈ—যিটো জুম এই উত্তপ্ত পৰিৱেশৰ পটভূমিত আছিল জোনৰ জুৰ পোহৰ। কোন এই কেইজন যুৱক! কাষ চাপোঁ, সিমানটো সাহো বুকুত গোটাব পৰা নাছিলো। সমনীয়া আক-তাক সুধি জানিব পাৰিলো, এই জুমটোৰ ডেকা কেইজন হ'ল— সদা মৰল, অজিতমল্ল বৰুৱা, যতীন দেৱ, ব্ৰজেন বৰুৱা......ইত্যাদি। দলটোৰ এটা নামো আছে হেনোঃ হেল'জেন গ্ৰুপ। দলটোৰ প্ৰধান লক্ষণ হ'ল, মিতভাষিতা আৰু আত্মপ্ৰচাৰ-বিমুখিতা। বেয়া নালাগিল। গতিকে দুৰৰ পৰাই এওঁলোকৰ কাষ চাপিলোঁ। এওঁলোকৰ কাৰ্যাৱলীৰ গম ললো। তেতিয়াই গম পালো, জোৰণিতে উন্নুকিওৱা গীত কেইটিৰ ৰচয়িতা অজিতমল্ল বৰুৱা, সুৰকাৰ আৰু কণ্ঠ শিল্পী ব্ৰজেন বৰুৱা। কলেজৰ বিচিত্ৰানুষ্ঠানত বিশেষকৈ সংগীতানুষ্ঠানত এই দলটোৰ ব্ৰজেন বৰুৱা অপৰিহাৰ্য।

প্ৰথমতে ৰাজনৈতিক-তীব্ৰ-বিৰোধী সদা মৰল পিচলৈ আমাৰ সহযোদ্ধা হৈছিল। সদাৰ মুখেই জানিছিলো অজিতমল্ল বৰুৱাৰ ৰচনা 'হিন্দু-মুছলমান' শীৰ্ষক গীতটি ১৯৪৪ চনত কলিকতাত বহা নিখিল ভাৰত ছাত্ৰ ফেডাৰেচনৰ (তেতিয়াও অবিভক্ত) অধিবেশনত সুৰকাৰ ব্ৰজেন বৰুৱাৰ পৰিচালনাত পৰিৱেশিত হৈছিল। গীতটিয়ে হেনো ভাৰতীয় ছাত্ৰ-সমাজৰ ভূয়সী-প্ৰশংসা অৰ্জন কৰিছিল। এইজনা গীতিকাৰ অজিতমল্লৰ কবিতাই পঢ়া-কালত আমাক ৰসাপ্লুত কৰিছিল। কলেজৰ সুকুমাৰ কলা প্ৰতিযোগিতাত কবিতাত প্ৰথম পুৰস্কাৰ লাভ কৰা অজিতমল্লৰ কবিতা 'তীখা' আজিও মোৰ মনত তীক্ষ্ন আৰু মামৰে-নধৰা হৈ আছে। এইখন জুহালতে গঢ় লোৱা ব্ৰজেন বৰুৱাৰ শিল্প-কৰ্মৰ প্ৰতি ঐকান্তিক-নিষ্ঠাত আশ্চৰ্যৰ একো নাই।

জীৱিকাই জীৱনক বিচিত্ৰ ঠাইত স্থাপন কৰে। ছাত্ৰ জীৱনত আৰ্জিত



সান্নিধ্যৰ দৈহিক-জৰী ছিগি যায়। আনকি বহু বছৰৰ মূৰত দেখা-দেখি হলেও পাৰিৱেশিক সাক্ষ্য স্মৰণ কৰিহে ছিন্ন-অতীতক জোৰা লগাব পাৰি। কিন্তু এনে কিছুমান সান্নিধ্য আছে যাক শাৰীৰিক দূৰত্বই দূৰ কৰিব নোৱাৰে। ইয়াৰ এনাজৰী জীৱন-জোৰা। হেল'জেন গ্ৰুপৰ সান্নিধ্য বোধকৰোঁ এই জাতৰ। বন্ধুৰ মৃতদেহলৈ পিঠি দি নিজকে লুকুৱাব খুজিও যতীন দেৱ ব্যৰ্থকাম হয়, তেওঁৰ চকুহাল ৰঙা আৰু ডাঙৰ, তেওঁৰ নিৰ্বাক মুখ মণ্ডলত অপ্ৰকাশৰ বেদনা থক-থককৈ কঁপিবলৈ ধৰে। হাঁহিৰে চকুলো উৰুৱাই দিব পৰা সদা মৰলৰ মনটো জ্বলি উঠে— যাঃ ছালা। এই দলৰ প্ৰবাসী বন্ধুৰ বাতৰি নাপাওঁ।

*

ব্ৰজেনক এইদৰে পায়। ব্ৰজেন এইদৰেই হেৰাই যায়। মানুহ ঢুকায়। ব্ৰজেন নুঢ়ুকুৱাকৈয়ে নাইকিয়া হয়। বজ্ৰপাত হয়। বজ্ৰপাত এইদৰেই হয়!

*

কলেজীয়া কালত ব্ৰজেন বৰুৱাহ'তৰ পাৰে পাৰে ঘূৰি ফুৰা মোৰ কাষ চাপি হঠাৎ এদিন মই কব নোৱৰাকৈয়ে ব্ৰজেন বৰুৱাই মোৰ কান্ধত হাতখন থৈছিলহি। উভতি চাইছিলো। ব্ৰজেন বৰুৱা! হেল'জেন গ্ৰুপৰ ব্ৰজেন!! গাটো জিকাৰ খাই গৈছিল। আনন্দত।

## ॥ জামুগুৰিহাটত ॥

১৯৪৮ চনৰ পৰা ১৯৫২ চনৰ আগছোৱালৈ —এই সময়খিনিত বাহিৰৰ সমাজখন দেখাৰ পৰা বঞ্চিত হৈ থাকিব লগীয়া হৈছিলো। গতিকে, কলেজ এৰাৰ পিচৰ ৪ বছৰ ব্ৰজেন বৰুৱাৰ লগ পোৱা নাই।

১৯৫২ চনত অনেক প্ৰবন্ধে সহকাৰী শিক্ষকৰ কাম এটা যোগাৰ কৰিছিলো জামুগুৰি হাইস্কুলত। এই শিক্ষকতাৰ কালছোৱাত হঠাৎ এদিন ব্ৰজেন বৰুৱাৰে দেখা। হঠাৎ জামুগুৰি গাৱঁত গুৱাহাটী নগৰৰ ব্ৰজেন বৰুৱা! কিয়? এওঁ-লোকক বুজিব নোৱাৰি। কাম কৰিলে নীৰৱেই কৰে। নুলুকুৱায়ো, নজ-নায়ো। সুধিলে সহজ-বিনয়েৰে কয়, নুসুধিলে একো নকয়। ভাবিলো সুৰৰ সন্ধানত আহিছে। কাৰণ, ইতিমধ্যে জামুগুৰিৰ বিহু গীত আৰু বিহু নাচ অসমত সদৰি হৈছে। এইদৰে গুণা-গথা কৰি থাকোঁতেই ব্ৰজেন বৰুৱা আহি মোৰ ওচৰ পাইছেহি। ওচৰ চাপি তেওঁৰ স্বকীয় ভংগীৰে হাত এখন মোৰ কান্ধত থৈ সুধিলে,—কেনে চলিছে। প্ৰাথমিক আগ্ৰহ নিষ্কান্ত হোৱাৰ পিচত ঘাই কথাত সোমাই দেখিলো, গান বিচাৰি অহা নই, ব্ৰজেন বৰুৱা আহিছে ধান বিচাৰি। তালুৰ পৰা তলুৱালৈকে এটা বিৰাট 'আৰে'! যেন লাগি গ'ল মোক নিজকে! বৰুৱাই হাঁহি হাঁহি নিজৰ পেটটোলৈ দেখুৱাই দিলে। এই সমাজৰ

জীৱন আৰু জীৱিকাৰ যুঁজত তেনেহলে ময়েই অকল বলি নহওঁ! হৰ্ষ আৰু বিষাদৰ এটা অদ্ভুত সন্মিলনৰ বুকুত ওপজা এক বিশাল-আনন্দই ব্ৰজেন বৰুৱাক মোৰ নিচেই কাষ চপাই আনিলে।

ইয়াৰ পিচত বৰুৱাক প্ৰায়ে লগ পাবলৈ ললো। এদিন বৰুৱাই এনে ধৰণৰ এষাৰ কথা কলেঃ গান লিখিব লাগে নহয়, মাষ্টৰ বাবু হৈ থাকিলেই হব জানো? শিক্ষকতা কৰি থাকোঁতে অৱশ্যে গান-টান আদিও নকৰাকৈ থকা নাছিলো। তাতে গাৱঁৰ হাইস্কুলৰ মাষ্টৰ—তেওঁ নজনা বিষয় একো নাই। আনকি জীৱনত খেলমাটি কদাচিতহে দেখা লোকো অৱস্থাৰ ফেৰত মাষ্টৰ হলে—তেওঁ খেলৰ বিষয়েও মন্তব্য দি ছাত্ৰক অবাক-বিস্ময়াভিভূত কৰি দিব পাৰে! আৰু মইতো গানৰ নামত আখৰ দুই-চাৰিটা লিখাৰ চেষ্টা কৰোঁৱেই। গতিকে, হাইস্কুলৰ বাৰ্ষিক অধিবেশনৰ সংগীতানুষ্ঠানলৈ লিখা গীতিআলেখ্যৰ গীত এটা বৰুৱাক দেখুৱালো! "অ' আই, আমাৰ কপালতে"। বৰুৱাই পঢ়ি চাই গীতটো ভাল হৈছে, পিচত কামত লাগিব কৰবাত, এতিয়া ডাঙৰৰ কাৰণেহে গীত এটা লাগে বুলি মোক তেনে এটা গীতৰ কাৰণে পেৰিবলৈ ধৰিলে। কিন্তু সেই গীত লিখা নহ'ল। বৰুৱাৰ সেই গীত লিখি দিলে এতিয়াৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়াৰ অধ্যাপক ডক্টৰ কেশৱানন্দ দেৱ গোস্বামীয়েঃ "আই অ' নেকান্দিবি"। ব্ৰজেন বৰুৱা আনন্দত উন্নাৱল। এইহে গীত। মোক কলে। আপোনাৰ দ্বাৰা নহব। নহ'ল। নহবও হয়তো। ভাবিলো। নিজৰ পৰাজয় মানি লৈ কেশৱানন্দৰ গীতটি সুৰত শুনিলো। সঁচায়ে সুন্দৰ! ব্ৰজেন বৰুৱাৰ সুৰৰ ঢৌত কথাৰ কি লাস্য!

বিচৰা গীত লিখি দিব নোৱাৰি বৰুৱাক হতাশ কৰিব নোৱাৰিলো। বৰুৱা মোৰ তালৈ আহিয়ে থাকিল। মোক যাতে আকৌ অনুৰোধ কৰাৰ সুবুঙা নাপায়, আংশিক এই কাৰণে, আৰু বৰুৱাৰ সুৰাৰোপিত তাহানিৰ সেই গীত কেইটা বাৰে বাৰে শুনিবলৈ হেঁপাহ, আংশিক এই কাৰণেও—বৰুৱা আহিলেই স্কুলৰ হাৰমনিয়মটো আগবঢ়াই দি গাবলৈ খুব ব্যস্ততাৰে খাটিবলৈ আৰম্ভ কৰি দিওঁ। বৰুৱাই গাই যায়। শুনি তন্ময় হওঁ। কিন্তু একোবাৰত বৰুৱা বিৰক্ত হৈ উঠি এই ধৰণে কয়, শুনাকে কিমান শুনেহে! মোৰ গলাওতো নাই! কিন্তু গলাৰ মোৰ দৰকাৰ নাছিল, বুকু দি গীত গাই কথাৰ মৰ্ম বৰুৱাই যিদৰে সুৰেৰে কল্লোলময় কৰি তোলে, তাত আৰু লতা মুংগেশকাৰক বিচাৰটো উপ-ৰুৱা বিলাস মাত্ৰ। ব্ৰজেন বৰুৱাই নিজৰ সুৰত গান গালে সুৰ আৰু ব্ৰজেন একে যেন লাগিছিল। সৃষ্টিৰ সময়খিনিত ব্ৰজেন বৰুৱাক অলপ-আগৰ ব্ৰজেন বৰুৱা যেন নালাগিছিল; অথচ এই নতুন ব্ৰজেনত কোনো অস্বাভাৱিকতাও নাছিল। জীৱনত সহজ সাধাৰণ মাজৰ অসাধাৰণ ব্ৰজেন বৰুৱা সৃষ্টিতো সাধা-ৰণৰ মাজৰ অসাধাৰণ আছিল। ব্ৰজেন বৰুৱাৰ সুৰত কেইটামান কথা চকুত



পৰিছিল—(১) চিনাকিৰ পৰা অচিনাকিলৈ শ্ৰোতাক অবলীলাক্ৰমে লৈ যোৱা সুৰক্ৰম। (২) থলুৱা সুৰত খোপনি; থলুৱা অৰ্থত বৰুৱাই চিৰায়ত আৰু লোকায়ত—দুই ধাৰাকেই সামৰি লৈছিল। (৩) পাশ্চাত্য-সংগীতৰ ক্ষেত্ৰত অস্পৃশ্যতা বৰ্জন। (৪) অতীতৰ গ্ৰহণীয়খিনিৰে বৰ্তমানৰ সৃষ্টি আৰু বৰ্ত-মানত ভৱিষ্যতৰ সম্ভাৱনা দান। একো একোটা গীতৰ বিষয়ে তেওঁ ভৱিষ্যদ্বাণী কৰিছিল—গীতটো সহজে নমৰিব। এনে গীতত তেওঁ ওপৰৰ শেষোক্ত গুণ থকা বুলি ভাবিছিল।

কৈছোৱেই, সৃষ্টিৰ সময়ত ব্ৰজেন আৰু সৃষ্টি এক হৈ যায়। এবাৰ স্থানীয় ৰংগমঞ্চত প্ৰদৰ্শনৰ কাৰণে এখনি নাটৰ আখৰা চলিছে। বিভিন্ন ভাৱৰীয়াক ৰুলন (ষ্টেপিং) শিকাইছে বৰুৱাই। এজন বৰুৱাৰে সমবয়সী স্থানীয় বিখ্যাত অভিনেতাই এটা জটিল-ৰুলনত বাৰে বাৰে ভুল কৰিছে। বৰুৱাই বন্ধুজনক তেতিয়া নাটকৰ আখৰা লোৱা ভাৱৰীয়াৰ ৰূপতহে দেখিছিল। ভুল শুধৰাব নোৱাৰি নিৰ্দেশক বৰুৱাই অভিনেতা গৰাকীক শাৰীৰিকভাৱেই আঘাত কৰি দিছিল। পিচত অৱশ্যে সকাতৰে ক্ষমা প্ৰাৰ্থনা কৰিছিল। বন্ধু ক্ষুণ্ণ হবতো পৰা নাছিলেই, বৰং পিচৰ কালত তেওঁলোকৰ বন্ধুত্ব গাঢ়তৰহে হৈছিল।

তাৰ পিচত এদিন শুনিলো, ব্ৰজেন বৰুৱাই ধান সংগ্ৰহ বিষয়াৰ বাব বিসৰ্জন দি জামুগুৰি এৰিলে। ধান সংগ্ৰহৰ গ্ৰহটোৱে গিলি থোৱা গানৰ জোনটো গ্ৰহৰ এমুখে সোমাই খন্তেকৰ পিচতে ইমুখে ওলাই গ'ল। ব্ৰজেন বৰুৱা গুচি অহাৰ পিচত জামুগুৰিৰ গান-বলিয়া ডেকাগাভৰুৰ বিৰিণা-মনবোৰ অলপ দিনলৈ তলমুৰা হৈ থাকিল!

॥ গুৱাহাটীত ॥

১৯৫৪ চন। দীঘলী পুখুৰীৰ পাৰত ব্ৰজেন বৰুৱাৰে হঠাৎ দেখা-দেখি। 'লগ পাব লগা আছে' ধৰণৰ কথা এষাৰেৰে বাঙ্ময় মৌনতা ভাঙি ব্ৰজেন বৰুৱাই মোৰ খবৰ সুধিলে। কলোঁ, খবৰ আৰু কি হব, চৰণীয়া গৰু বাটে বাটে ঘাঁহ। জামুগুৰিৰ ঘাঁহ টকলাকৈ খাই উদং কৰি আহিলোনে কি বুলি সোধাত কলো, উদং পথাৰৰ ধানবোৰ আধা খাই পলাব পাৰি, কিন্তু ঘাঁহ শেষ কৰি অহাই ভাল। আকৌ গজিব। 'আকৌ গজিব' কথাষাৰত বৰুৱাই তেওঁৰ কিবা নিজা অৰ্থ এটা পাই দোহাৰিলে, 'আকৌ গজিব'। কলো, ওঁ ঘাঁহৰ নিয়মেই সেইটো। নমৰে।

গুৱাহাটীত ব্ৰজেন বৰুৱাৰ পৰিচালনাত 'অৰ্কেষ্ট্ৰা' দেখিছিলো। কিতাপত ছেগা-চোৰোকাকৈ 'অৰ্কেষ্ট্ৰা'ৰ বিষয়ে পঢ়িছো, কিন্তু বুজাৰ ভাগত শূন্য। জ্যোতি প্ৰসাদ আগৰৱালাই হেনো আমাৰ থলুৱা বাদ্যযন্ত্ৰৰ লগত পছিমীয়া দুই-এপদ মিলাই অপূৰ্ব সুন্দৰ 'অৰ্কেষ্ট্ৰেছন' কৰিছিল। দেখা নাই। এতিয়া

আকাশবাণীত এনে ধৰণৰ অৰ্কেষ্ট্ৰাকেই বাদ্য-বৃন্দ বোলে হব পায়। কিন্তু 'অৰ্কেষ্ট্ৰা'ৰ বাদ্য-সমলয় শুনি আৰু দেখি তাৰ ভিতৰ সোমোৱাৰ ক্ষমতা এতিয়াও হোৱা নাই। ব্ৰজেন বৰুৱাৰ ছয় ঋতুৰ বাদ্য-সমলয় দেখি নিবিড় তন্ময়তাৰে চাইছিলো। অৰ্কেষ্ট্ৰাৰ শেষত পৰিচালক বৰুৱাই কি বুজিলো সুধিছিল। মই কলো, শুনিলো। কিন্তু এতিয়াও শুনিৰ জনা হোৱা নাই হবলা। বৰুৱাই মোৰ অজ্ঞতাৰ প্ৰতি কোনো অৱজ্ঞা নেদেখুৱাই মাত্ৰ কলে, "শুনিবও জানিব লাগে। এতিয়া কথাষাৰ মৰ্মে মৰ্মে বুজিছো। কলাও সহৃদয়-হৃদয়-সম্বাদী। সহৃদয় হবলৈও যে প্ৰয়োজনীয় শিক্ষা লাগে। কোনে দিব? আমাৰ ৰুচিত বা বদ্‌ৰুচিত সাম্প্ৰতিক গীতৰ ছেকেণ্ডেৰী ইনফেকচনে আমাৰ ঘা বঢ়াইছে। ব্ৰজেন বৰুৱাই ৰুচি সলনি কৰি আমাক স্বাস্থ্যৱান কৰিব খুজিছিল। কিন্তু তাৰ বাবে ৰোগীৰো প্ৰস্তুতি লাগে যে! অৰ্কেষ্ট্ৰা কৰিবলৈ বৰুৱাই আৰু হাবিয়াস নকৰা হ'ল!

ব্ৰজেন বৰুৱাই ভাৰতীয় গণ-নাট্য সংঘৰ এটা সংগঠন অসমত গঢ়ি তোলাৰ কামত গণ-নাট্য সংঘৰ প্ৰাণ শ্ৰদ্ধেয় হেমাঙ্গ বিশ্বাসৰ লগত একেলগে নামিছিল। সেই সময়ত মই বোধকৰোঁ গুৱাহাটীত নাছিলো। গণ-নাট্য সংঘৰ অন্যতম সংগঠক বেণী মাধৱ মহন্তৰ মুখে শুনিছো, এখন এল-পি স্কুলত মম জ্বলাই সংঘৰ শিল্প-প্ৰচেষ্টা চলিছিল আৰু ব্ৰজেন বৰুৱাই এই কামত গা ঢালি লাগিছিল। তেতিয়ালৈকে অসমৰ শিল্প-জগত আত্ম-বিনোদনৰ ৰাজত্ব। শিল্পক 'বৃত্তি' হিচাপে জীৱনৰ উশাহ-নিশাহ কৰি লোৱা শিল্পী এচাম তেতিয়াও অসমত গঢ়ি উঠা নাই। গণ-নাট্য সংঘয়ে লোক-সংস্কৃতিক অসমৰ মঞ্চলৈ আনিছিল। লোক-কলাৰ প্ৰাণ-প্ৰবাহেৰে সিক্ত হৈ তাৰেই কোলাত অভিনৱ সৃজনশীল কলাৰ সৃষ্টি কৰিছিল। এই গণ-নাট্য সংঘৰ সভাপতিৰ পদত আছিল জ্যোতি প্ৰসাদ আগৰৱালা, বিষ্ণু প্ৰসাদ ৰাভা। এই সংঘৰে সহ-সভাপতি হৈছিল ব্ৰজেন বৰুৱা। গণ-নাট্য সংঘৰ তৰঙ্গতে জন্ম লৈ ডঃ ভূপেন হাজৰিকাৰ গতি তৰঙ্গ-শীৰ্ষলৈ উঠিছিল। মঘাই ওজা, নৰহৰি বুঢ়া ভকতৰ দৰে তেতিয়ালৈকে অখ্যাত শিল্পী গণ-নাট্য সংঘৰ বুকুতে প্ৰখ্যাত হৈ উঠিছিল। লোক-কলাৰ পণ্ডিত ব্যক্তি আৰু জীৱন-শিল্পী হেমাঙ্গ বিশ্বাসৰ কাষ চাপি ব্ৰজেন বৰুৱাই কলাৰ যি অপূৰ্ব স্বাদ পাইছিল—গণ-নাট্য সংঘৰ বিভিন্ন কলা-প্ৰচেষ্টাত অকৃত্ৰিম আৰু অক্লান্ত অংশ গ্ৰহণেই তাৰ সাক্ষ্য বহন কৰিছিল। গণ-নাট্য সংঘৰ মাদ্ৰাজ অধিবেশনত ব্ৰজেন বৰুৱাই অসমক সফলতাৰে প্ৰতিনিধিত্ব কৰিছিল।

'দেশেই নাটঘৰ, ৰাইজেই ভাৱৰীয়া'—গণ-নাট্য সংঘৰ এই প্ৰতীক-বাণীটো ব্ৰজেন বৰুৱাই হৃদয়েৰে গ্ৰহণ কৰিছিল। এদিন হেমাংগ বিশ্বাসৰ লগত আমি দুয়ো কথা পাতি থাকোতে ব্ৰজেন বৰুৱাই সুধিছিল এই নামটো কোনে দিয়া।



হেমাংগদাই কৈছিল, নামটো দিয়া নাই, অনুবাদহে। পিপলছ্‌ থিয়েটাৰ ষ্টাৰছ দি পিপল্‌—ইয়াৰ অসমীয়া। হেমাংগদাই কৈছিল, "অনুবাদটো কেশৱৰ"। ব্ৰজেন বৰুৱাই যেন আকৌ এবাৰ মোক ওচৰত পাইছিল। অনুবাদটো যি কোনো লোকেই কৰিব পাৰিলেহেঁতেন। কথা হ'ল এই প্ৰতীক-বাণীৰ মৰ্ম উপলব্ধিত ব্ৰজেন বৰুৱাও যে মোৰে লগ—এই কথাষাৰেহে বৰুৱাক আপ্লুত কৰিছিল। জীৱনৰ আপাত-নগণ্য কিছুমান ঘটনাই বোধকৰোঁ এনেকৈয়ে মানুহক মানুহৰ ওচৰ চপায়।

চলচ্চিত্ৰ জগতত সংগীত-পৰিচালক হিচাপে ব্ৰজেন বৰুৱাৰ পদক্ষেপৰ আগমুহূৰ্ত। এবাৰ সোনকালতে ঘৰলৈ মাতি গৈছিল বৰুৱাই। এদিন ওলালোগৈ। বাৰাণ্ডাত ভৰি দিয়েই বৰুৱাক দেখি কলো, গান শুনো। বৰুৱাই কোনো ভূমিকা নকৰাকৈয়ে হাৰমনিয়মটো চপাই আনি আৰম্ভ কৰিলে, "অ'-অ'-আই! আমাৰ ক'পালতে.........."। ভিতৰৰ উত্তেজনা হেঁচি ৰাখি সুধিলো, সুৰ হ'ল? হ'ল, কিন্তু কেনে লাগিল! ইমান ভাল লাগিছিল যে চকুৰে চকুৰে চাই থকাৰ বাহিৰে একোকে কব নোৱাৰিলো। বৰুৱাই কলে "স্মৃতিৰ পৰশ নামৰ এখন ছবি কৰিবলৈ লৈছো আমি। এইটো তাৰ প্ৰধান গীত হ'ব। মই যে জামুগুৰিত এদিন গৈছিলো, ভৱিষ্যতে কামত লাগিব? এয়া।" বুলি কৈ ছবিৰ বাকী কেইটা গীতো মোকে লিখিবলৈ ক'লে।

কলা-প্ৰচেষ্টাৰ আলিটো সেন্দুৰীয়া নহয়। বোলছবিৰতো একেবাৰেই নহয়। দুখনমান ছবি কৰি উঠি ব্ৰজেন বৰুৱা অলপ হতাশ হৈছিল। হতাশাৰ গুৰিটো যে আৰ্থিক নকলেও হয়। মই এই ক্ষেত্ৰত বিজ্ঞৰ দৰে এটা বাণী এৰি দিছিলো, নেৰিব বৰুৱা, য'তে পৰে ত'তে উঠে। কথাষাৰ ময়ো ধাৰ কৰাহে। স্কুলত পঢ়োঁতে এগৰাকী শিক্ষকে কৈছিল, জনা-বুজা লোকে নাও বুৰিলেও নাওখন নেৰে। বুৰোৱা নাৱেই পাৰো পোৱায়। যি হওক, বৰুৱাই মোৰ এই কথাষাৰ পিচৰ কালত দোহাৰি আছিল। শিকাৰ যেনেকৈ বয়স নাই, শিকাওঁতাৰো বয়স নাই। সৰু, নামগোত্ৰহীন মানুহৰ পৰাও ব্ৰজেন বৰুৱাই কথা শিকিছিল, সুৰ শিকিছিল, গীত শিকিছিল। মুকুতাৰ "অ' প্ৰাণ গোপাল" গীতটি তেওঁৰ মাতৃ দেৱীৰ পৰা লোৱা। নৰকাসুৰ ছবিৰ তৰুলতা দাসৰ মুখৰ গীতটোৰ কেইবাটাও শাৰীৰ সুৰ আমাৰ ঘৰৰ পৰা লোৱা। লবলৈ বৰুৱাই লাজ কৰা নাছিল, দিবও সেয়ে পাৰিছিল। বৰুৱাই নিজকে নিঃশেষ কৰি দিব পাৰিছিল। ৰবীন্দ্ৰনাথৰ কবিতাৰ আধাকুট এটা বৰুৱাৰ খুব প্ৰিয় আছিল। "নিঃশেষে প্ৰাণ যে কৰিবে দান ক্ষয় নাই তাৰ ক্ষয় নাই।" জীৱনেৰে ইয়াৰ সত্যতা ব্ৰজেনে দেখুৱাই গৈছে। বৰুৱা হ'ল যেন সেইজন শিল্পী—যি "কৰ্মে ও কথায় নিত্য আত্মীয়তা কৰেছে অৰ্জন"।

সুৰত কথা দিব নে কথাত সুৰ দিব—শিল্প-সৃষ্টিৰ বাটত দেখা দিয়া

বিভিন্ন আৰু বিচিত্ৰ সমস্যাৰ ভিতৰত ইও এটা সমস্যা আছিল বৰুৱাৰ। মোৰ ধাৰণা হৈছিল গানৰ প্ৰকৃত চালিকা শক্তি হ'ল সুৰ। জ্যোতি প্ৰসাদ, বিষ্ণু ৰাভা, ভূপেন হাজৰিকা— এইসকলে নিজে কথা লিখি নিজেই সুৰ দিয়ে। কথাৰাৰতো এনেকৈও ভাবিব পাৰি, এওঁলোক যিহেতুকে নিজেই সুৰস্ৰষ্টাও, গীতিকে সুৰতে কথাবোৰ বান্ধি যায়। অনেক যুক্তিৰে ভাবিও আত্ম-বিশ্বাসৰ অভাৱত ঠাৱৰ কৰিব পৰা নাছিলো— মই ভবা কথাষাৰ ভুল নে শুদ্ধ। এদিন কথা প্ৰসংগত হেমাংগদাই কলে, "বুঝেছ কেশৱ, সুৰ হলো গানেৰ প্ৰাণ।" মোক আৰু কোনে পায়। গীতিকে ব্ৰজেন বৰুৱাক স্বতঃসিদ্ধতাৰ গাম্ভীৰ্য্যৰে কৈ দিছিলো, "বৰুৱা, সুৰ আগ, কথা পাছ।" বৰুৱাই হা-হাকৈ হাঁহি দি কৈছিল, "আপুনি খাটি গীতিকাৰ নহয়।" প্ৰশ্নবোধকভাৱে চাই আছিলো। বৰুৱাই আকৌ কৈছিল, "মানে, সুৰত লিখাৰ অৰ্থ হ'ল সুৰকাৰৰ অধীন হোৱা। গীতিকে, ওৱান ষ্টেপ বিল' দি কম্পজাৰ।" স্বস্তিৰ নিশ্বাস পেলাইছিলো। মইতো সুৰৰে অধীন হব খোজোঁ— নৈখন যেনেকৈ ঢৌৰ অধীন হয়। আৰু, সুৰৰ অধীন হলেইতো সুৰকো অধীন কৰিব পাৰি। আৰু কোন কাৰ অধীন— সেইটো মোৰ সমস্যা হোৱা নাই। মোৰ সমস্যা হ'ল কোন কাৰ প্ৰকৃত লগ। অগাপিচাকৈতো যাবই লাগিব। লগ বা লগে এৰিলেই বিপদ। আৰু, মাজে মাজে ভাবোঁ, মই যদি জীৱনত কেতিয়াবা এনে এজন সুৰস্ৰষ্টা পাওঁ— যি মোৰ কথা সুৰৰ ঢৌত তুলি দিব পাৰে! সি মোৰ ভাগ্য হব? কিন্তু কোনো প্ৰতি-ভাৱ সুৰত কথা তুলি দিবলৈ পোৱাটোওতো মোৰ কম ভাগ্য নহয়।— বৰুৱাক তেতিয়া এনে কিছুমান কথাকেই কৈছিলো। আখৰে আখৰে কবলৈ মনত নাই। বৰুৱাৰ মুখত সন্তোষৰ ভাব দেখিছিলো। তেতিয়াৰ পৰা বৰুৱাৰ এই সমস্যা আৰু নাছিল। তেওঁ সংগীত-পৰিচালনা কৰা প্ৰায়বোৰ ছবিৰ গানৰ কাৰণে মই যতে আছো তলৈকে মোক বিচাৰি গৈছে। তেওঁৰ সুৰতে সদায় কথা দি আহিছো আৰু দুই-এক ক্ষেত্ৰত মোৰ কথাৰ দৈন্য আৰু ব্ৰজেনৰ সুৰৰ ঐশ্বৰ্য দেখি আৰু অধিক চেষ্টাৰ কাৰণে নিজকে প্ৰস্তুতো কৰিছো।

সংগীত-পৰিচালনাৰ পৰা ছবি পৰিচালনালৈ হোৱা উত্তৰণ কালত ব্ৰজেন বৰুৱাৰ স্থান পূৰণ কৰিছে তেওঁৰে সুযোগ্য শিল্পী— ভ্ৰাতৃ ৰমেন বৰুৱাই। দাদাকৰ ফুটতে উঠা ৰমেন বৰুৱাৰ লগতো মই একেদৰেই কাম কৰি সুখ পাইছো। সংগীত-পৰিচালক ৰমেনৰ লগত কাম কৰি থাকোঁতে হঠাৎ ব্ৰজেন বৰুৱা আহি গীতবোৰৰ ঠায়ে ঠায়ে সালসলনি কৰাই লৈছিল। ৰমেনৰ লগত কামত বহিলেও ব্ৰজেন বৰুৱা সদায় তেওঁৰ অনুপস্থিতিৰেই মোৰ সন্মুখত প্ৰকট হৈ আছিল। অনুপস্থিতিৰে ব্ৰজেনে মোক জুৰি আছিল, উপস্থিতিৰে মোক তেওঁ আনন্দেৰে জিকাৰ খুৱাইছিল।

'ইটো সিটো বহুতো' তেওঁৰ প্ৰথম পৰিচালনাৰ ছবি। তাৰ পিচত 'ডঃ



বেজবৰুৱা' আৰু 'মুকুতা'। এই তিনিওখন ছবিত পৰিচালকৰূপে ব্ৰজেনৰ পৰিক্ৰম উৰ্দ্ধমুখী। 'ললিতা'ত তেওঁ যি পিছল খাইছিল, সেই পিছলতে খোপনি পুতি 'ওপজা সোণৰ মাটি'ৰে আকৌ উঠিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। 'ওপজা সোণৰ মাটি'য়ে তেওঁক যে তুলিলেহেঁতেন গীত কেইটা লিখিয়েই অলপ ধাৰণা হৈছিল। কাৰণ, ইমান দিনে বৰুৱাই চলচ্চিত্ৰৰ কাহিনীলৈ বিশেষ মন দিয়া নাছিল। মন দিছিল ইয়াৰ বহিৰাংগিক কলা-কুশলতালৈ; কথাছবিক গতি দি বৰুৱাই আংগিকৰ দিশৰ পৰা তাক প্ৰকৃত চলচ্চিত্ৰ কৰি তুলিছিল। কিন্তু 'ওপজা সোণৰ মাটি'ত বিষয় বস্তুৰ চাৰি সীমাৰ ফালেও খোজ দিব খুজিছিল। শোকাকুলা পত্নীয়ে হিয়া ঢাকুৰি কান্দি কান্দি এবাৰ থোকাথুকিকৈ কৈছিল, "ওপজা সোণৰ মাটিয়েই কাল হ'ল।" মই ভাবিছিলো, পিচৰ চাম চলচ্চিত্ৰ শিল্পীৰ কাৰণে 'ওপজা সোণৰ মাটি' কালজয়ী হয় যেন!

এই বিষয়বস্তুৰ প্ৰতি কৰা আওকাণ মোৰ কাৰণে বৰ বেদনাদায়ক হৈছিল। অৱশ্যে ব্ৰজেন বৰুৱাই যে বিষয় বস্তুৰ প্ৰতি প্ৰকৃততে কাণসাৰ নিদিছিল এনে নহয়; তেওঁ ছবিৰ বজাৰৰ কথা ভাবিছিল। অসমীয়া ছবিৰ দৰ্শকৰ সংখ্যাল্পতা, দৰ্শকৰ মানদণ্ড, ছবি ঘৰৰ মালিকৰ সহানুভূতিহীনতা আৰু হিন্দী ছবিৰ সস্তীয়া-ৰুচি-তোষণ,— এনেবোৰ সমস্যাৰ মাজত পৰি প্ৰকৃত কলা-ছবি এখন কৰিবলৈ বৰুৱাই সাহ কৰা নাছিল। কিন্তু ভাল দিনো এদিন অসমলৈ আহিব আৰু তাৰ বাট আমিয়েই কাটিব লাগিব বুলি বৰুৱাই দৃঢ় আশা পোষণ কৰিছিল।

কিন্তু মোৰ মনত সংঘাত হৈছিল— এফালে ব্ৰজেন বৰুৱাৰ সুৰ আৰু আনফালে ছবিৰ বিষয়বস্তুৰ প্ৰতি মোৰ বিৰক্তি। এই দ্বন্দ্বত অৱশ্যেই সুৰ জয়ী হৈছিল আৰু মোৰ বিৰক্তিয়ে মোক তলে তলে পীড়িত আছিল। সদায় গীত লিখিবলৈ বহোঁতে মোৰ এনে ধাৰণাও হৈছিল— মই যেন এজনী বেশ্যা, কেৱল ফৰমাচৰ মন-তোষণ কৰি নিজকে বেচি আছো। তথাপি ব্ৰজেন বৰুৱাৰ একাগ্ৰতা আৰু ভাৱী-উত্তৰণৰ সংকল্পই মোক তেওঁৰ পৰা আঁহ ছিঙিব পৰা নাছিল। বিৰক্তি আৰু আনন্দৰ আজিও সমাধান নোহোৱা কি এক দ্বন্দ্ব!! ব্ৰজেন বৰুৱাৰ লগতে ভাবি কেৱল মন তাপৰাওঁ, অসমৰ ছবি-জগতৰ বিষয় বস্তুত কলাৰ অভ্যুদয় হয়তো সমাগত!!

*

ব্ৰজেন বৰুৱাই ছবিৰ বহিৰ্দৃশ্য গ্ৰহণলৈ যি নতুনতা আনিছিল সি সমা-লোচনা-মুক্ত নহয়। শিল্পীয়ে নিজৰ শিল্প-ভাৱনাক পৰ্দাত ৰূপ দিবলৈ আধুনিক বিজ্ঞানৰ সহায় লৈ প্ৰকৃতিৰ সৰল স্বাভাৱিকতাৰ পৰা পুনৰ সৃষ্টিৰ মহত্বৰ স্তৰলৈ নিজকে উন্নীত কৰিছে। কলা-কুশলতাৰ বৈজ্ঞানিক আৱিষ্কাৰৰ কালত প্ৰকৃতিৰ বুকুলৈ উভতি যোৱাটো স্বৰূপাৰ্থতে উভতি যোৱা। কিন্তু

তথাপি ব্ৰজেন বৰুৱাই এই পথ লৈছিল। আৰু, লৈ ৰাইজক নিজৰ দক্ষতাৰে চমক খুৱাইছিল। কিন্তু ই যে ভয়ানক কণ্টকৰ পথ। ই যে উৰাজাহাজ আৱিষ্কাৰ হোৱাৰ কালতো খোজ কাঢ়ি যোৱাৰ পথ। ব্ৰজেন বৰুৱা অসাধাৰণ আছিল কাৰণে তেওঁ এই কষ্টৰ বাটো সুগম কৰি লৈছিল। কিন্তু সি ব্যতিক্ৰম; যিমানেই চমকপ্ৰদ নহওক লাগিলে সি নিয়ম নহয়। গতিকে উত্তৰকালৰ পথো সি হব নোৱাৰে যেন।

কিন্তু এই পথ কিয় ললে ব্ৰজেন বৰুৱাই। অন্যতম সুযোগ্য নাট্যকাৰ, চলচ্চিত্ৰ-পৰিচালক আৰু সুদক্ষ অভিনেতা অনিল চৌধুৰী আৰু গিৰীশ চৌধুৰীৰ মতে ই আছিল ব্ৰজেন বৰুৱাৰ অভিমানজনিত বিদ্ৰোহ। এই বিদ্ৰোহৰ ফলত আমি ব্ৰজেন বৰুৱাৰ উদ্ভাৱনশীল প্ৰতিভাৰ পৰিচয় পাওঁ, ছবি গ্ৰহণ আৰু শব্দ গ্ৰহণৰ ক্ষেত্ৰত তেওঁ যি নতুন কৌশলৰ আৱিষ্কাৰ কৰা বুলি শুনিছো— সি হেনো ভাৰতৰ অন্যান্য চলচ্চিত্ৰ প্ৰতিভাৰো বিস্ময় উদ্ৰেক কৰিছে। কিন্তু ই অবজেক্টিভ লাভ। গুৰি কথা হ'ল অসমৰ অভাৱ।

অসমৰ অভাৱৰ ফলতে জ্যোতিপ্ৰসাদেও ভোলাগুৰিত ষ্টুডিঅ'ৰ উদ্ভাৱন কৰি অসাধাৰণ প্ৰতিভাৰ চিনাকি দিছিল। কিন্তু আধুনিক ছবি জগতে সেই পথ গ্ৰহণ কৰা নাই। এইসকল অবিস্মৰণীয় প্ৰতিভাৰ প্ৰতি নতশিৰ হৈও এইবাৰ কথা উল্লেখ কৰাৰ উদ্দেশ্য হ'ল উঠি অহা চাম গুণী শিল্পীয়ে যাতে আমাকো এই দিশটোত পোহৰ দিয়ে। পোহৰ লাগে; নহলে ব্ৰজেন বৰুৱাক হেৰুওৱাৰ দৰেই আমি আন বহুতকে হেৰুৱাব লাগিব হয়তোবা। এই ভয় আৰু শংকাক যদি অবিশেষজ্ঞ-সাধাৰণৰ সংস্কাৰ বুলিও ভবা হয়, তাকো যাতে বিশেষজ্ঞসকলে দূৰ কৰে।

### ॥ বজ্ৰপাতৰ নিশা ॥

'ৰাতি বাঁহী বায় অ' ৰাতি বাঁহী বায়......'

দিলীপ চৌধুৰীয়ে এদিন এই গীতটো মোক গাই শুনাইছিল। মোৰো নজনাকৈয়ে চকু পানী বিৰিবিঙছিল। উঠি আহিছিলো, ভিতৰলৈ। বুকুৰ কোনোবাখিনিত গীতটোৱে আঘাত কৰিছিল, যেন মোৰ অতি আপোন কোনোবা হেৰাই গ'ল।......দিলীপক সুধিছিলো, কাৰ ৰচনা, হীৰেণৰ নে কি? দিলীপে শলাগিছিল। হীৰেণ ভট্টাচাৰ্য্য; কবি হীৰেণ! তেৱেঁইতো লিখিব পাৰে ইমান দ, ইমান মৰ্মস্পৰ্শী দুখৰ গীত!

এই গীতটোৱেই আন এদিন নহয়, আন এৰাতি, চৰম বেদনাময় হৈ উঠিছিল। ব্ৰজেন বৰুৱাক শ্মশানলৈ নিবলৈ অনেক মানুহেৰে শৱ-যাত্ৰা। এতিয়া আৰু ঘৰৰ আগ চোতালত গোলাঘাটৰ পৰা আনি থোৱা ব্ৰজেনৰ 'নিষ্প্ৰাণ'-



নিষ্পন্দ দেহাটোও তাত নাই! প্ৰায় সকলো ওলাই গৈছে! কেৱল এটা শূণ্যতাই তাত থকা কেইজনক বান্ধি আছে!

সেই সময়ত, ঠিক সেই সময়তে, হীৰেণৰ গীতটোৰ এই শাৰীটো কোনোবা বিণিকিও-নেদেখা, কোনোবা শুনা-নুশুনা দূৰণিৰ বহু ওপৰেদি যেন ওপঙি ওপঙি গৈ আছে, লগ পাব নোৱাৰিম আৰু কেতিয়াও, মাত্ৰ কাঁহ-পৰি-জীণ যোৱাৰ দৰে শুনিবলৈ পাই থাকিম......ৰাতি বাঁহী বায়! এই দূৰ-দূৰ সুৰৰ বুকুত এই কথা কেইষাৰ যেন উটি উটি আঁতৰি যাবগৈ মোক এৰি, সদাহঁতক এৰি, সহোদৰ-সহোদৰাক এৰি, জন্মদাতা পিতৃকো এৰি, ল'ৰা-ছোৱালীহালক এৰি আৰু প্ৰিয়তমা পত্নীক 'কন্দুৱাই'—'ৰাতি বাঁহী বায় অ'.........মোক কন্দুৱাই'।

সেই নিশা কিয় এনেকুৱা লাগিছিল মোৰ? সেই বজ্ৰপাতৰ নিশা?

ই জানো ব্ৰজেনৰ বৈ যোৱা "অৱশেষ অমিয়-জোকাৰ!" কোনে জানে!

তচন্দ্ৰক ইউচুফ

## আশা নকৰাটো পাপ

নগাৰ'ৰ চলাচল ৰেষ্টুৰেণ্ট। ২৮ জুন। সময় ৰাতিপুৱা প্ৰায় চাৰে দহমান হব। অসহ্য গৰম। শীতল কোকাকোলা এবটলেৰে পিয়াহ আঁতৰাবলৈ চেষ্টা কৰি আছো। এনেতে দেখিলো বন্ধু পৰিচালক দীবন বৰুৱা লাহে লাহে সোমাই আহিছে। মোলৈ চালে অথচ মাত এষাৰ নিদিলে। অলপ আচৰিত হলো। মইয়েই মাত দিলো। উত্তৰ নিদিলে মাথো সম্মুখৰ চকী এখনত বহিল। মোৰ মুখলৈ কিছু সময় চাই হঠাতে কলে 'ব্ৰজেনদা ঢুকাল।'

অবিশ্বাস্য কথা। উচপ খাই উঠিলো। দীবনে মোৰ মনোভাব লক্ষ্য কৰি আকৌ কলে—"আজি ৰাতিপুৱা গোলাঘাটত ব্ৰজেন বৰুৱা ঢুকাল। হাৰ্ট এটেক।"

কঁপা কঁপা মাতেৰে এই নিদাৰুণ কথাষাৰ কৈ থাকোতে দীবনৰ চকু চলচলীয়া হৈ উঠিল।

স্তব্ধ হলো। মোৰ সৰ্ব্বশৰীৰ কঁপি উঠিল। মুখত মাত নাই। কিবা এটা কবলৈ চেষ্টা কৰোতেই হাতৰ পৰা জলন্ত চিগাৰেটৰ টুকুৰাটো মাটিত পৰিল। অজানিতে দীবনলৈ চিগাৰেটৰ পেকেটটো আগবঢ়াই দিলো। সন্মোহিত মানুহৰ দৰেই তেওঁ চিগাৰেট এটা জ্বলালে।

এনেতে দেখিলো ৰমেন সোমাই আহিছে। ৰমেন বৰুৱা সংগীত পৰিচালক। লগত গায়ক দীপেন বৰুৱা। মই প্ৰায় দৌৰি গৈ ৰমেনৰ হাতখন সাৱটি লৈ অশ্ৰুসিক্ত চকুজুৰিলৈ চালো। দুয়ো বহিল। গভীৰ নিস্তব্ধতা। চলাচলৰ আন আন গ্ৰাহক সকলে হতবুদ্ধি হৈ আমালৈ মাথো চাই আছে। লৰালৰিকৈ বয় এজনক ক'লে ঠাণ্ডা কোকাকোলা দিবলৈ। ৰমেনক কলো "খোৱা"। নেখালে। তিনিওজনে মাথো পানী বিচাৰিলে।

দীবনে কলে "আমি আগবাঢ়ি যাওঁ বোধহয় বোকাখাটত লগ পাম।"



তেতিয়া জানিব পাৰিলো ব্ৰজেন বৰুৱাৰ মৃতদেহ কঢ়িয়াই অনা গাড়ীখন ৰাতিপুৱাতে গোলাঘাট এৰিলে।

অসমীয়া কথাছবি শিল্পৰ উজ্জ্বল ভাস্কৰ ব্ৰজেন বৰুৱাৰ মৃতদেহ কঢ়িয়াই আনিবলৈ গল তেওঁৰেই তিনিজন কৃতী ভাতৃ যি কেইজন ব্ৰজেন বৰুৱাৰ প্ৰতিখন কথাছবিৰ সৈতে নিবিড় ভাবে জড়িত।

এখোজ দুখোজকৈ আগ বাঢ়িলো উদ্দেশ্যবিহীন ভাবে। আকস্মিক ভাবেই লগ পালো "স্বৰগম"ৰ সম্পাদক চুনী আৰু ৰূপক। আমি আটায়ে ততাতৈয়াকৈ গলো অসম চৰকাৰৰ প্ৰচাৰ বিভাগ কাৰ্য্যালয়লৈ। অনুৰোধ কৰিলো যাতে নগঞা বাইজক তেওঁলোকৰ প্ৰচাৰ মাধ্যমেৰে এই দুঃসংবাদটো জনাই দিয়ে। ঘোষণাটো কাগজত লিখি দিলো। মোকেই অনুৰোধ কৰিলে মাইক্ৰোফোন যোগে ঘোষণাটো পঢ়ি দিবলৈ। মান্তি নহলো। মই জানো এই নিদাৰুণ সংবাদটো পঢ়িবলৈ চেষ্টা কৰিলে বাৰে বাৰে উজুটি খাম।

"ব্ৰজেন বৰুৱাৰ মৃতদেহ নগাওঁ পাবহি প্ৰায় তিনি বজাত" ঘোষণাটো প্ৰচাৰিত হল।

আয়োজনত ব্যস্ত হৈ পৰিলো। কোনোবা গল ফুলৰ যোগাৰ কৰিবলৈ। কোনোবা গল আন আনুষংগিক বস্তু আনিবলৈ। ৰাষ্ট্ৰীয় পথৰ ওচৰতেই মোৰ নিজা বাসস্থান। সকলোৱে মিলি ঠিক কৰিলো যে আমাৰ ঘৰৰ সন্মুখতেই মৃতদেহ কঢ়িয়াই অনা গাড়ীখনক ৰখোৱা হব।

মাইক্ৰোফোন আহিল। ফুল আহিল। ধুপ কাঠিৰ গোন্ধ নাকত লাগিল। আলিবাটত ভিড় বাঢ়িল। এটা শান্ত সৌম্য পৰিৱেশ।

তিনি বজাৰ আগতেই ৰাষ্ট্ৰীয় পথ লোকে লোকাৰণ্য। অসহ্য গৰম আৰু তীব্ৰ ৰদ নেওচা দি জনতাই আলিবাটৰ দুয়োকাষে সংযত ভাবে ৰৈ আছে।

চাৰি বাজিল অথচ এতিয়াও আহি নেপালহে। জনতাৰ ভিড় বাঢ়িয়েই আছে। বন্ধু মুকুট শৰ্ম্মাৰ গাড়ীত আগবাঢ়ি গলো। সিফালৰ পৰা অহা গাড়ী এখনৰ আৰোহীৰ পৰা জানিব পাৰিলো শবযাত্ৰা চামগুৰি পাইছেহি। আমি ততাতয়াকৈ উভতিলো। অগণিত মানুহ। মহিলা, পুৰুষ কন কন ভাইটী ভনীটি-হ'ত উৎকণ্ঠাৰে ৰৈ আছে। ৰাইজক কলো—আহি আছে। অলপ সময়ৰ ভিতৰতেই পালেহি। এখন জীপ গাড়ী। কঢ়িয়াই আনিছে ব্ৰজেন বৰুৱাৰ মৃতদেহ।

আমাৰ সকলো আয়োজনেই থানবান হৈ গল। মুগ্ধ জনতাই জীপখন আগুৰি ধৰিলে। ভিৰ আৰু ভিৰ। ব্ৰজেন বৰুৱাক শেষবাৰৰ বাবে দৰ্শন পাবলৈ জনতা ব্যাকুল হৈ পৰিছে। হাজাৰ হাজাৰ জনতা। কোনোমতে ঠেলি হেচি ভিৰৰ মাজত সোমাই পৰিলো আৰু অতি কষ্টৰে জীপখনৰ কাষ পালোগৈ।

ব্ৰজেন বৰুৱা শুই আছে। নানা ৰঙ বিৰঙৰ ফুলৰ মাজত। গভীৰ নিদ্ৰা।

বৰুকুখন চাঁট মাৰি উঠিল। চিঞৰি মাতিবলৈ মন গল "ব্ৰজদা"। ব্ৰজদা চিৰ নিদ্ৰাত। আলফুলকৈ ফুলৰ মালা এডাল চেঁচা শৰীৰটোৰ ওপৰত থলো। শ্ৰদ্ধাৰে প্ৰণাম জনালে। ওচৰতে বহি থকা দীবনে হুক-হুকাই কান্দি উঠিল। আকৌ চিঞৰ বাখৰ। কোনেও বাধা নেমানে। মহিলা সকল ফুলৰ মালা লৈ ঠেলি হেঁচি আগবাঢ়ি আহিছে। ভবিৰ মাজৰ পৰা লাহে লাহে ওলাই আহিলো।

এজন অতি গুণী শিল্পীৰ আজি মৃত্যু হল। অকাল মৃত্যু। অসমীয়া ছবি জগতে যেতিয়া ব্ৰজেন বৰুৱাৰ প্ৰয়োজনীয়তা আটাইতকৈ বেচি উপলব্ধি কৰিছিল তেতিয়াই তেখেতে আমাক বিমুখ কৰিলে।

ব্ৰজেন বৰুৱাক ঘনিষ্ঠভাৱে লগ পাবলৈ সুযোগ পাইছিলো ডিব্ৰুগড়ত—'বৰুৱাৰ সংসাৰ'ৰ অন্তৰ্দৃশ্য গ্ৰহণৰ সময়ত।

এদিন সন্ধিয়া। চুটিং হৈ আছে কেমেৰাৰ সন্মুখত ব্ৰজেন বৰুৱাই অভিনয় কৰিছে। আমি কেইজনমানে চুটিং চাই আছো। হঠাতে ব্ৰজেন বৰুৱাই চিঞৰি দিলে। কাট। পৰিচালক নিপ বৰুৱা আচৰিত হল। "তচন্দুক ইয়াত আছে নেকি?" ব্ৰজেন বৰুৱাই নিপক সুধিলে। মই আগবাঢ়ি গলো।

"হেৰা এই দৃশ্যটো তুমি অভিনয় কৰাছোন মোৰ নিজৰ অভিনয়খিনি দেখোন ভাল লগা নাই।"

মই অপ্ৰস্তুত হোৱা দেখি তেওঁ প্ৰায় আদেশৰ সুৰতেই কলে—Come along and do it.

চেটৰ অন্য কলাকুশলী সকল মোৰ দৰেই আচৰিত হল।

লাহে লাহে কেমেৰাৰ সন্মুখত থিয় দিলো। অভিনয় কৰিলো। দৃশ্যটোত ইংৰাজী সংলাপৰ প্ৰাধান্য বেচি আছিল।

ব্ৰজেন বৰুৱাই পৰিচালকৰ দৃষ্টিত মোৰ অভিনয় চাই কলে "Very good. হেৰা তুমি অতি সুন্দৰ ইংৰাজী কব পাৰাহে। মই কিন্তু নোৱাৰিম। ঠিক আছে। নিপ চুটিং আৰম্ভ কৰ।"

এয়া আছিল লব্ধপ্ৰতিষ্ঠ পৰিচালক সুৰকাৰ আৰু অভিনেতা ব্ৰজেন বৰুৱা। মানুহ জনৰ প্ৰতি শ্ৰদ্ধা আৰু বাঢ়ি গল—মোৰ আৰু সহকৰ্ম্মীসকলৰ।

অসমীয়া কথা ছবি তৈয়াৰ হৈ থাকিব। আজিও আৰু ভৱিষ্যতেও। কাৰণ একমাত্ৰ ব্ৰজেন বৰুৱাই বাট দেখুৱাই গল যে অসমীয়া কথাছবিয়ে ব্যৱসায়িক ভিত্তিত সফলতা লাভ কৰাত কোনো বাধা নাই।

ব্ৰজেন বৰুৱা পদ্ধতিৰে ছবি হৈ থাকিব। আমিও হয়তো অভিনয় কৰাৰ সুযোগ পাই থাকিম।

It's silly not to hope besides it's a sin. ব্ৰজেন বৰুৱাৰ পৰা নতুনকৈ কথা এষাৰ শিকিলো—আশা নকৰাটো পাপ।





স্নেপ শ্বটচ্

লিখকৰ কাৰণে এজনৰ বিষয়ে লিখিবলৈ হয়তো সহজ, কিন্তু আমাৰ দৰে নিঃকিন কাৰণে ই দুঃসাহস। তদুপৰি ভয় হয় হয়তোবা এজনৰ সৰু সৰু ছবি আঁকিবলৈ যাওঁতে আকৌতাজনৰ নামেই অনাৱশ্যক ভাৱে জিলিকে। তথাপি ৰাইজৰ আগত আঁত হেৰোৱা এধানি এধানি ছবি তুলি ধৰাৰ দুঃসাহস কৰিছো—মাথোঁ এটি আশাৰে যে পাঠকে নিজেই তাৰ সম্পাদনা কৰি লব।

২৮ জুন। নিশা যেতিয়া গুণমুগ্ধ ৰাইজে ব্ৰজেন বৰুৱাক শেষ বাৰলৈ ভাস্কৰ নাট্য মন্দিৰলৈ লৈ আহিল চিৰিবংকৈ মোৰ মনত পৰিল বহু দিনৰ আগৰ কথা।

ব্ৰজেন তেতিয়া যশস্বী শিল্পী সকলৰ সৈতে ভাস্কৰ নাট্য মন্দিৰত অভিনয় কৰে। এনিশা......'স্মৃতিৰ পৰশ'ৰ অভিনয়। আমি ৰূপসজ্জাত ব্যস্ত। ব্ৰজেন নায়ক আৰু কুমাৰী বীণা দাস নায়িকা। পৰিচালক নিপ বৰুৱাই কলে, 'তৰুণদা এটা কথা হ'ল নহয়?" কি?' 'এখন ছবি লাগে।' 'কাৰ?' 'বীণা'লৈ আঙুলিয়াই কলে 'এওঁৰ।' মই ৰ লাগি চাই থকাৰ কাৰণে ব্ৰজেনে মাত লগালে 'এৰা, কি কৰিবি আমি অসমীয়া শিল্পী ধন নাই, মন আছে। টিকট বেচিব লাগিব, বং ঘঁহিব লাগিব, অভিনয় কৰিব লাগিব, পাৰিলে পৰ্দাখন টনাতো সহায় কৰিব লাগিব।' পাচলৈ বোলছবি নিৰ্মাণৰ ক্ষেত্ৰতো পৰিচালক ব্ৰজেন বৰুৱাই, সেই একে কথাকে দোঁহাৰিছিল আৰু কেনেকৈ এই 'লাইনটো নিছা' নকৰি পেছা কৰিব পাৰি তাৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল।

ডঃ বেজবৰুৱা কাম আৰম্ভ হ'ব—হোৱা নাই। এদিন দুপৰীয়া কাহিনীটো শুনাইছে। দৃশ্য এটা উলিয়াই মিচিকিয়াই কলে 'বুইছে অসমীয়া মানুহ বৰ সাংঘাতিক নহয়। বেজবৰুৱাৰ বুমৰ ইমান ডাঙৰ ডাঙৰ হত্যাকাণ্ড, চিঞৰ-বাখৰ হ'ল অথচ কাষৰ মানুহে গম নেপালেনে? ধৰিব। সেই কাৰণেই বুমটো

'ছাউণ্ডপ্রুফ' বুলি কোৱাই দিছো। এইষাৰি কথাৰ পৰাই বুজিব পাৰি নিবহংকাৰী পৰিচালক ব্ৰজেন বৰুৱাৰ অসমীয়া দৰ্শকৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা।

মধুটিং চাহনিত এন্ধাৰ নামিছে। কোনো, মধু, মাংলাই কাঁহত কোব দি গহীন ৰাতিৰ জাননী দিছে। কলঘৰ তেতিয়াও চলা নাই। নিজান নিস্তব্ধ। ঘিটমিটিয়া এন্ধাৰৰ একাংশত সূৰ্য্যৰ—অ' নহয় কৃত্ৰিম সূৰ্য্যৰ পোহৰ। ডঃ বেজবৰুৱাৰ এটি দৃশ্য। সুজিত সিংহ কেমেৰা লৈ সত্যহঁতৰ সৈতে পোহৰ নিয়ন্ত্ৰণত ব্যস্ত। প্ৰধান সহ পৰিচালকে আমাক মাতিলে। কেমেৰাই আমাক ওচৰৰ পৰা ধৰি ৰখাৰ পাচত এজনে মাত লগালে 'বজদা আহমেদ 'সোণতৰা'ৰ পাচে পাচে লৰি যোৱা লংশট কিটা?' 'হব—তাৰ ব্যৱস্থা মই কৰি থৈছো; এখেতক মিছাকৈয়ে কষ্ট দিব নেলাগে।' সেয়া আছিল সুনিপুণ অভিনেতা, পৰিচালক ব্ৰজেন বৰুৱা, যি ভালদৰে বুজিছিল যে চিনেমা চিনেমাই—ই চাৰ্কাছ নহয়।

'সময় অমূল্য ধন'—কথাষাৰ ব্ৰজেনে হস্তলিপি লিখিয়েই মনফলিৰ পৰা মচি পেলোৱা নাই। তেওঁৰ সৈতে কাম কৰা দুই এজন শিল্পীৰ এই গুণৰ প্ৰায়ে শলাগ লৈছিল। আমি কেতিয়াবা সময় মতে কাম কৰিব নোৱাৰিলে একো নকৈছিল যদিও, মাজে মাজে স্বগতোক্তিৰ দৰে কৈছিল, 'ছিঃ আৰু আধা ঘণ্টা আগতে আৰম্ভ কৰিব পাৰিলোহেঁতেন।

নাটক বা বোলছবি বিষয়ক আলোচনাত ব্ৰজেনে প্ৰায়ে কৈছিল তেওঁ বৰ খাটিব পাৰে। ...তেখেতে অকল শিল্পীয়েই নহয়—ভদ্ৰলোকো। ...তেখেতক মই কেতিয়াও পাহৰিব নোৱাৰো।...অমুকে চিনেমাৰ ব্যৱসায়িক দিশতো মোতকৈ বেছি ভাল জানে।... ইত্যাদি। ইত্যাদি। যিকোনো লোকৰ গুণৰ শলাগ লোৱাত ব্ৰজেন বৰুৱাই কেতিয়াও কৃপণালি কৰা নাছিল।

ললিতাৰ ছুটিং চলি আছে। হঠাৎ এটা মেচিন বৰ গৰম হৈ গ'ল। 'চৌহানে' বজ্‌দা চ'কচোন বুলি প্ৰশ্নবোধক ভাৱেৰে চালে। পৰিচালকৰ চকী-খনৰ পৰা উঠি আহি নানা দিশৰ জ্ঞান থকা বৰুৱাই নিজেই গধুৰ ফেন এখন হাউলি কেৰেচিয়াকৈ মেচিনটোৰ ফালে দাঙি ধৰিলে। ব্ৰজেন বৰুৱাৰ কাৰণে কামৰ সৰু-বৰ নাই।

গোপীনাথ বৰদলৈ ৰ'ডৰ পৰা শোকযাত্ৰা নৰগ্ৰহৰ ফালে সোমাল। খন্তে-কৰ পাছতে ব্ৰজেন বৰুৱা নৰগ্ৰহত শুই পৰিব। নুঠে। একুৰা জুই হ'ব... ছাই হ'ব...নিঃশেষ হৈ যাব। সেই দৃশ্য অসহনীয়। চলচলীয়া চকুৰে আমাৰ লগত যোৱা 'ব্ৰজেন'ৰ বন্ধু কেইজনৰ পৰা বিদায় লৈ অকলশৰীয়া হলো। বহিলো অকলে। গোলাঘাটলৈ যোৱাৰ আগতে ব্ৰজেন বৰুৱাই কোৱা কথা এষাৰ মোৰ বাৰে বাৰে কাণত পৰিছে—"এইবাৰ সাজু থাকিব। এনে এখন ছবি কৰিম—



মনত থকা ছবি—প্ৰডিউচাৰকো কৈছো" মই নিজকে থিৰেৰে ৰাখিব নোৱাৰিলো; হুকহুকাই কান্দি পেলালো। কিছুপৰ পাচত নিজকে সংযত কৰি ঘৰমুৱা হলো। বাটত খবৰ নোপোৱা এজন পান দোকানীয়ে সুধিলে "চিনেমাৰ ছুটিং নেকি?" নহয় বোলাৰ বাহিৰে মই একো ক'ব নোৱাৰিলো। ললিতাৰ শেষ ছুটিং শেষ কৰি এনে এটা ৰাতিয়েই ব্ৰজেন বৰুৱা আহিছিল আমাক থবলৈঃ—আজি আমি থৈ আহিলো ব্ৰজেন বৰুৱাক শেষবাৰলৈ।

# বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য

## ব্ৰজেন বৰুৱা

১৯৭২ চনৰ ২৮ জুনৰ দিনা ব্ৰজেন বৰুৱাৰ অকাল মৃত্যু ঘটিল। মোৰ সমসাময়িক লোক আৰু কেইবাজনৰো এনে মৃত্যু ঘটিছে। সমনীয়া বা সুহৃদৰ বিয়োগত ব্যক্তিগত শোক প্ৰকাশ ৰীতিসন্মত আৰু স্বভাৱ-সন্মত, কিন্তু ইতিহাস আৰু দৰ্শনৰ দৃষ্টিত মৃতকৰ জীৱনৰ মূল্যায়ন কৰিলেহে ই সভ্যতাৰ প্ৰগতিৰ সহায়ক হয়। আখৰৰ অপব্যৱহাৰ ইতিহাসে সহ্য নকৰে। ভাবাবেগ-মূলক আৰু অনীতিসন্মত প্ৰশংসা, বা নিৰ্ব্বিচাৰে মূল্যায়ন—ঢোল পিটা, স্বজন-বন্দনা আৰু সংস্কৃতিৰ প্ৰগতিৰ সহায়ক নোহোৱা ভ্ৰান্তিকৰ আৰু উপৰুৱা প্ৰমূল্য কিছুমানত পৰিণত হোৱাৰ সম্ভাৱনাই অধিক। এটা কথা মনত পৰি গ'ল, তাকে কওঁ। ব্ৰজেন বৰুৱা ঢুকাবৰ সময়তে বয়োবৃদ্ধ সাহিত্যসেৱী দেৱানন্দ ভৰালীৰো মৃত্যু ঘটে। সংবাদ-পত্ৰ আৰু প্ৰচাৰ-যন্ত্ৰসমূহৰ দৃষ্টি দেৱানন্দ ভৰালীৰ ওপৰত কমকৈ পৰাত এজন বয়োবৃদ্ধ সাংবাদিকে দুঃখ কৰি এইদৰে মোলৈ এখন চিঠি দিছিল,

"ব্ৰজেন বৰুৱাক (বাতৰি কাকতসমূহে) কিমানখিনি ঠাই দিলে আৰু দেৱানন্দ ভৰালীক দিলে কিমান? ব্ৰজেন বৰুৱা শিল্পী। কিন্তু ভাও দিয়া আৰু ভাও দিবলৈ শিকোৱা শিল্পীতকৈ ভাব দিয়া আৰু ভাবৰ প্ৰেৰণা দিয়া সাহিত্য-শিল্পী ওপৰ। ব্ৰজেন বৰুৱাৰ সমানে মই ভৰালীৰ ঢোল পিটিবলৈ কোৱা নাই, প্ৰকৃত সাহিত্যিকে তেনেদৰে ঢোল পিটা নিবিচাৰে, কিন্তু অসমীয়া সাহিত্যলৈ তেওঁৰ অৱদানৰ কথা, আলোচনা বা উল্লেখ কৰি তেওঁৰ সম্যক পৰিচয় দিয়াটো (বাতৰি কাকতসমূহৰ) জানো কৰ্ত্তব্য নাছিল।......অসমীয়া ভাষাৰ আঁতি-গুৰি বিচাৰ কৰাত ভৰালী ডক্টৰ বাণীকান্ত কাকতি আৰু কালীৰাম মেধিতকৈ আগ। 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ' মই জনাত সেই বিধৰ প্ৰথম অসমীয়া কিতাপ। কিন্তু তেওঁ তেনেবোৰ নীৰস কথাৰ আলোচনা কৰাৰ উপৰিও, অসমীয়া ভাষাত ৰসো ঢালিছিল, ৰগৰো তুলিছিল।"

ব্ৰজেন বৰুৱা আৰু দেৱানন্দ ভৰালীৰ তুলনামূলক মূল্যায়ন মোৰ উদ্দেশ্য নহয়। কিন্তু ব্ৰজেন বৰুৱাৰ দৰেই তেওঁৰো যে জীৱন-কৰ্মৰ সম্যক পৰিচয় সংবাদপত্ৰৰ পাঠকসকলে পাব লাগিছিল, তাক অস্বীকাৰ কৰিব নোৱাৰি। বয়োবৃদ্ধ সাংবাদিক গৰাকীৰ এই উপলব্ধিৰ তাৎপৰ্য্য উপেক্ষণীয় নহয়। মূল্যায়ন সৎ, বিবেকসন্মত, আৰু নীতিসন্মত হোৱাৰ উপৰিও ভাৰসাম্যপূৰ্ণ হ'ব লাগে। নহলে সংস্কৃতিৰ ক্ষতি হোৱাৰ সম্ভাৱনা অধিক।

ব্ৰজেন বৰুৱাৰ সুৰ-সাধনা সমসাময়িক গুৱাহাটীয়া সমাজৰ সংগীত-চৰ্চাৰ সুযোগৰ দ্বাৰা পৰিসীমিত। শাস্ত্ৰীয় সংগীত আৰু অসমীয়া লোক-সংগীতৰ পৰম্পৰাৰ প্ৰতি তেওঁ শ্ৰদ্ধাশীল আছিল। তেওঁৰ গীত আৰু সুৰবোৰত এই দুই পৰম্পৰাৰ কিমান দূৰ সমন্বয় ঘটিছিল সেইটো বিশেষজ্ঞসকলৰ বিচাৰ্য্য। কিন্তু মোৰ ধাৰণা হয়, তেওঁৰ পিছৰ ফালৰ বহুতো গীতেই বোলছবিৰ কাহিনীৰ অংশবিশেষ আৰু মনোহাৰিত্ব-মুখী হোৱা বাবে সেইবিলাক চিত্তাকৰ্ষক হ'লেও ভাৱৰস অথবা মানৱৰসৰ দৃষ্টিৰ পৰা তাৎপৰ্য্যপূৰ্ণ নাছিল। আৰম্ভণি-কালত অৰ্থাৎ চল্লিশৰ দশকটোত স্বদেশানুৰাগ আৰু সমাজ-সচেতনতাই তেওঁৰ সংগীত-দৃষ্টিক অণুপ্ৰাণিত কৰিছিল।

তেতিয়া স্বাধীনতাৰ পুৱতি আশা। ভাস্কৰ নাট্য মন্দিৰত তেতিয়া উজানবজাৰৰ শিল্পীসকলে নাট্য গীতত নৃত্যৰ মাজত মধ্যবিত্তসুলভ সমাজ-চেতনা প্ৰকাশ কৰিছিল। এই চেতনা বহিমুখী আছিল। ভাস্কৰ নাট্য মন্দিৰত তেতিয়া প্ৰবীণ-ফুকন-লক্ষ চৌধুৰীহ'তৰ নাট হৈছিল। এখন নাট চাবলৈ জয়প্ৰকাশ নাৰায়ণ আৰু আন এখন নাট চাবলৈ গোপীনাথ বৰদলৈ অহাৰ কথা মোৰ মনত আছে। মঞ্চৰ পৰা নাটক পথাৰলৈ নিছিল, লক্ষ চৌধুৰী আৰু তেওঁৰ লগৰীয়া ভাৱৰীয়াসকলে। 'পিয়লী ফুকন'ৰ অভিনয় হৈছিল। উজানবজাৰত ঘৰুৱাভাৱে শাস্ত্ৰীয় সংগীত অনুশীলনৰ পৰম্পৰা এটি চলি আছিল। আনহাতে অজয় চলিহাৰ পৰিচালনাত যুৱক শিল্পীসকলে বনুৱা-জীৱনক কেন্দ্ৰ কৰি নৃত্য-নাটিকাও প্ৰদৰ্শন কৰিছিল। কেইবাজনো শিল্পীয়ে বিয়াল্লিছৰ আন্দোলনৰ ওপৰত ভেটি কৰি ছবি আঁকিছিল। এই সচেতন সাংস্কৃতিক প্ৰচেষ্টাবোৰৰ এটা বৃজন অংশ, বিশেষ ভাৱমণ্ডলৰ সৃষ্টি। এই ভাৱমণ্ডল আছিল গণমুখী স্বদেশানুৰাগৰ। মোৰ যিমান দূৰ মনত পৰে এই ভাৱমণ্ডলৰ মাজতে ব্ৰজেন বৰুৱাৰ দৰে শিল্পীসকলে প্ৰেৰণা লাভ কৰিছিল।

কিন্তু সেই ভাৱমণ্ডল এক নৱন্যাস সৃষ্টিৰ বাবে যথেষ্ট নাছিল। মৌলিক অনুশীলনৰ অভাৱেই এই দৈন্যৰ কাৰণ। সংকীৰ্ণ গোষ্ঠীচেতনা বা দলীয় চেতনাই নৃত্য গীত কলাৰ সৃষ্টি নকৰে বুলি ক'লে বহুতেই বিশ্বাস নকৰিব;

একোটা দলে কিয় একোখন বাষ্ট্রয়ো নিজ নিজ সাংস্কৃতিক পুৰোহিতেৰ যোগেদি মন্ত্ৰদানো ভালকৈ কৰিব নোৱাৰে, পূৰ্ণ ৰূপত নিটোল গণকলা সৃষ্টি কৰোৱাতো দূৰৰ কথা। কলাত একান্ত বিশ্বাস কলাৰ স্বৰূপ দৰ্শন, আৰু সৎ কলা সৃষ্টি কৰাৰ অনুৰাগ—এইবিলাক গুণ লাভৰ বাবে আমাৰ দৰে সমাজত মহৎ পথপ্ৰদৰ্শকৰ শিক্ষা আৰু অবিৰাম পৰীক্ষা-নিৰীক্ষাৰ সুবিধা দৰকাৰ। যি পৰিমাণে শিল্পীয়ে এই গুণৰ অধিকাৰী হ'ব পাৰে, সেই পৰিমাণে তেওঁ নৱসৃষ্টিৰ অধিকাৰী হয়।

ব্ৰজেন বৰুৱাৰ অন্যান্য বহুতো অসমীয়া শিল্পীৰ দৰেই বোলছবিলৈ আকৰ্ষিত হোৱাৰ কথাই প্ৰমাণ কৰে, তেওঁ কোনো এটা নিৰ্দিষ্ট কলাত আত্ম-নিয়োগ কৰিবলৈ মন কৰা নাছিল। বোলছবি—অন্ততঃ সকলো বোলছবিকে—কলা বোলা মোৰ পক্ষে টান। বোলছবিত গল্প, সংগীত, নৃত্য, চলমান চিত্ৰ এইবিলাকৰ ভাৰসাম্য ৰক্ষা কৰি তাক এক উত্তোলিত স্বয়ংসম্পূৰ্ণ কলালৈ ৰূপায়িত কৰিব পাৰি নে নোৱাৰি সেই সম্পৰ্কে মোৰ নিজা ধাৰণা এটা আছে। বোলছবি চলমান চাক্ষুষ দৃশ্যৰ ওপৰতে ঘাইকৈ নিৰ্ভৰশীল; লিখিত শব্দ গেয় শব্দ, সুললিত অংগভংগী, স্থিৰ চিত্ৰৰ কলাৰ যি বেলেগ বেলেগ বৈশিষ্ট্য আছে সেইবিলাক বেলেগ বেলেগ অন্তৰংগ পৰিমণ্ডলতহে সম্যকভাৱে ফুটি উঠে। সত্যজিত ৰায়ে বা তেওঁৰ দৰে প্ৰতিভাশালী পৰিচালকে বোলছবিক কেৱল বিভিন্ন কলাৰ বাহ্যিক যোগ্যসূত্ৰপূৰ্ণ সমাবেশ-স্থল কৰি ৰখাতে সীমাৱদ্ধ নেৰাখি তাক ৰসপূৰ্ণ কৰিবৰ বাবে যত্ন কৰিছে। তেওঁলোকে যি মানদণ্ডৰ সৃষ্টি কৰিছে তাক আৰু উলাই কৰি চলা সম্ভৱপৰ নহয়।

আৰম্ভণি কালত ব্ৰজেন বৰুৱা সুৰকাৰ হিচাপেই পৰিচিত আছিল। তেওঁ সবহকৈ গীত গোৱাৰ কথা মনত নপৰে। মোৰ 'আমি বহুৰাম জনতাৰ দৰবাৰ, আমি বহুৰাম জনতাৰ চৰকাৰ' আৰু 'জাতিৰ কুশল-কোঁৱৰ, জনতাৰ কুশল কোঁৱৰ' নামৰ গীত দুটাৰ সুৰ দিয়াৰ কথা মোৰ মনত আছে। প্ৰথমটো গীতে জনপ্ৰিয়তা লাভ কৰিছিল, দ্বিতীয়টো গীত সিমান বাহিৰত প্ৰকাশ পোৱা নাছিল। সুৰবিলাক মোৰ ভালেই লাগিছিল। তেতিয়া ব্ৰজেন বৰুৱাৰ দুটা গুণৰ কথা মই মন কৰিছিলো। প্ৰথম গুণটি হ'ল তেওঁ আশাশুধীয়া আৰু পৰিশ্ৰমী। দ্বিতীয়টি হ'ল তেওঁৰ প্ৰকৃতি অন্তৰ্মুখী। তেওঁৰ চকুযুৰি বুদ্ধি-দীপ্ত আছিল। মনতো আত্মবিশ্বাস দেখিছিলো। আমাৰ উমৈহতীয়া বন্ধু জনদিয়েকো আছিল; মোৰ লগত তেওঁৰ সম্পৰ্ক গাঢ় হৈ উঠা নাছিল যদিও সম্ভৱতঃ আমি দুয়ো পৰস্পৰে পৰস্পৰক বুজিছিলো আৰু আন্তৰিক আকৰ্ষণো আছিল। বহুত বছৰৰ মূৰত ব্ৰজেন বৰুৱাৰ শিল্প-নিষ্ঠাৰ ওপৰত আস্থা ৰখা তেওঁৰ এজন বন্ধুৰ মুখত (কুমাৰ যতীন্দ্ৰনাৰায়ণ দেৱ) শুনিছিলো ব্ৰজেন বৰুৱাৰ সম্ভাৱনাৰ কথা। ব্ৰজেন বৰুৱা তেতিয়া নীৰৱতাৰ বুকুত



বিলীন হৈ গৈছিল যেন অনুমান হৈছিল। দুই এখন ব্যৱসায়িক ভাৱে সফল বোলছবি উলিয়াইছিল, যদিও তেওঁৰ প্ৰচেষ্টাবোৰৰ সম্পৰ্কে মোৰ বিশেষ ধাৰণা নাছিল। এবাৰ মোৰ 'ইয়াৰুইংগম'খন তেওঁ চিনেমা কৰিবলৈ বিচাৰিছিল। মই কিছুমান কাৰণত দ্বিধাবোধ কৰিছিলো। বৰুৱা বোধহয় মনে মনে ক্ষুণ্ণ হৈছিল আৰু কৈছিল, "আনবিলাকৰ তুলনাত মই ভাল বোলছবি উলিয়াম।" মোৰ দুখ লাগিছিল। আনহাতে এই আত্মবিশ্বাসে মোক অভিভূতো কৰি-ছিল। তাত লেশমানো অহংকাৰ নাছিল। কেতিয়াবা কেতিয়াবা মোৰ নিজৰ আচৰণৰ মই নিজে কাৰণ বিচাৰি নেপাওঁ। এই মুহূৰ্ত্ততো তেনে হৈছিল। জীৱনৰ পুনৰ আমি এই বিষয়ে আৰু কথা হোৱা নাই।

ইয়াৰ পিছত বহুত বছৰৰ মূৰত যেতিয়া আমি পুনৰ চিনেমাৰ গল্পৰ কথা পাতিছিলো, তেতিয়া ব্ৰজেন বৰুৱাৰ চিনেমা গল্প সম্পৰ্কে ধাৰণা স্পষ্ট হৈ গৈছে। (মই এই ধাৰণা গ্ৰহণ কৰা নাছিলো।) ইতিমধ্যে তেওঁ চিনেমা নিৰ্মাণৰ ক্ষেত্ৰত নিম্নতম সুবিধাৰ ভেটিত উচ্চতম ফলশ্ৰুতি কেনেকৈ লাভ কৰিব পাৰি তাৰ এটা সমাধান-সূত্ৰ উলিয়াই পেলাইছে। চিনেমা-গল্প মানে সাধাৰণতে বুজোৱা হয় এখন জনপ্ৰিয় চিনেমা কৰিবলৈ লগা কাম চলোৱা গল্প। মই জানিছিলো চিত্ৰ-নাট্য বেলেগ বস্তু আৰু আমি সেই সম্পৰ্কে কিছু আলোচনাও চলাইছিলো। চিনেমাৰ বাবে গল্প লিখাৰ কথা ব্ৰজেন বৰুৱাই উলিয়াইছিল। মই এই ভাবৰ দ্বাৰা আকৃষ্ট নহলো,—যদিও আন আন লেখকৰ দৰে মোৰো গল্প বোলছবিত ৰূপান্তৰিত হোৱা দেখিবলৈ মই বাঞ্চা নকৰা নহয়। মোৰ ভয় আছিল এটাই। মই নিজৰ অন্তৰ-বাণীৰ কথা নুশুনি বাহিৰৰ বাণীৰ কথা শুনিব লাগিব। তেতিয়াই কলাৰ মৃত্যু হ'ব। বহুত ঠেকা খাই আৰু বাহিৰৰ বিভ্ৰান্তিৰ দ্বাৰা পীড়িত হৈ মই তেতিয়া সেই সত্য গ্ৰহণ কৰিছোঁ। তথাপি আমি বহুত সময় আলোচনা কৰিলো। তেওঁৰ আত্ম-বিশ্বাস তেতিয়া স্পষ্টভাৱে চকুত ফুটি উঠিছিল। মই অন্তৰৰ পৰা আশা কৰিছিলো তেওঁ এজন ভাল পৰিচালক হৈ উঠিব আৰু বোলছবিক প্ৰকৃত পক্ষে কলালৈ ৰূপান্তৰিত কৰাৰ ক্ষেত্ৰত বৰঙনি যোগাব।

*

আমি যেতিয়া কটন কলেজত পঢ়োঁ, তেতিয়া দেশক বৃটিছৰ আধিপত্যৰ পৰা মুক্ত কৰাই আমাৰ ছাত্ৰসকলৰ পৰম আকাঙ্ক্ষা আছিল। "সাম্ৰাজ্যবাদী যুদ্ধত পইচা আৰু মানুহ" নিদিওঁ বুলি সংকল্প গ্ৰহণ কৰি জাতিয়ে সত্যাগ্ৰহ আন্দোলন কৰিছিল। আমাৰ কলেজত এখন প্ৰদৰ্শনী বৰ্জ্জন কৰা লৈ ডাঙৰ বিক্ষোভ হৈছিল। এটা শোভাযাত্ৰাত লাঠি চাৰ্জ হোৱাৰ ফলত বহুতো ছাত্ৰ জখম হয়, আৰু তাৰ ফলত সমগ্ৰ অসমতে এক সৰ্ববৃহৎ আন্দোলনেও দেখা দিয়ে। ১৯৪১ চনৰ ডিচেম্বৰ মাহত হোৱা এই আন্দোলনত অসমৰ সমগ্ৰ

ছাত্ৰ সমাজে ভাগ লৈছিল। ই আমাৰ মুক্তিৰ চেতনা জগাই দিছিল। পিচ বছৰৰ আগষ্ট মাহত বিয়াল্লিছৰ বিপ্লৱ। অসমত এই বিপ্লৱ ভাৰতৰ অন্যান্য অঞ্চলৰ তুলনাত বৃহত্তৰ আছিল। কৰিম কিম্বা মৰিম পণ লৈ ছাত্ৰসকল গাৱেঁ গাৱেঁ সোমাই গৈ অন্যায় অত্যাচাৰ অসাম্যৰ বিৰুদ্ধে প্ৰতিৰোধ সংগ্ৰাম গঢ়ি তুলিছিল। কেইবাজনো ডেকা আৰু কেইবাগৰাকীও ডেকাৰ আত্মবলিদানে আমাৰ অন্তৰত অভূতপূৰ্ব প্ৰেৰণাৰ সৃষ্টি কৰাৰ উপৰিও সৃষ্টিৰ সীমাৰ পৰা অসীমৰ ৰোমাঞ্চকৰ জগতত সোমাবৰ বাবে সাহস জগাই দিছিল। আন্দোলনৰ শেষত যেতিয়া ছাত্ৰসকল পুনৰ কলেজলৈ ঘূৰি আহিল, তেতিয়াও তেওঁলোকৰ মনত অসম্পূৰ্ণ জাতীয় বিপ্লৱৰ স্বপ্ন। ১৯৪৬ চনত ডঃ ৰাম মনোহৰ লোহিয়াৰ নেতৃত্বত অসমত ছচিয়েলিষ্ট দল গঠিত হয়, আৰু এই সময়তে বহুতো যুৱক সমাজবাদী আন্দোলনলৈ আকৃষ্ট হয়। সেই আন্দোলনৰ ঢৌৱে যিসকল ডেকা গায়ক আৰু সুৰকাৰৰ মন কোবাই গৈছিল, ব্ৰজেন বৰুৱা আছিল সেইসকলৰ এজন। সেই কোমল বয়সতে তেওঁ গানত সুৰ দিছিল আৰু শ্ৰোতাৰ প্ৰিয়পাত্ৰ হৈছিল। মোৰ আৰু অজিতমল্ল বৰুৱাৰ গান কেইটামানত সুৰ দিয়াৰ কথা মনত পৰে।

মই এইবোৰ কথা স্মৃতিৰ পৰা ক'ব লগা হৈছে। এদিন তেওঁ মোৰ লগত সুৰ আৰু গানৰ বিষয়ে আলোচনা কৰোতে অসমীয়া লোকগীতবোৰৰ সুৰ পুনৰজীৱিত কৰাৰ প্ৰয়োজন সম্পৰ্কে কোৱা মনত পৰে। এই প্ৰসংগত তেওঁ 'হুৰ্ হুৰ্ ৰটা চৰাই'—এই গীতটোৰ আহি'ত ৰচনা আৰু সুৰ সংযোজনা কৰি এটি জনজাগৰণমূলক গীত গোৱাৰ কথা ভাবিছিল। মোক এই গীতটো ৰচি দিবলৈ কৈছিল।

স্বাধীনতাৰ পিছত আন আন শ্ৰেণীৰ দৰেই প্ৰগতিশীল শিল্পী আৰু সাহিত্যিকসকলে আশা কৰিছিল স্বাধীনতাই শিল্প আৰু সাহিত্য চৰ্চাৰ পৰিৱেশ উন্নত কৰিব। কিন্তু যোৱা ২৫ বছৰৰ অভিজ্ঞতাই দৰ্শালে সচেতন শিল্পী আৰু সাহিত্যিকসকলে ভাত মুঠি আৰু মুক্তিৰ বাবে সংগ্ৰাম কৰোতেই কাল কটাব লগা হ'ল। ফলত বহুতৰ কণ্ঠ আৰু লেখনি অকালতে নীৰৱে হৈ পৰিল। বহুতে ক্ষয়িষ্ণু উচ্চ মধ্যবিত্ত শ্ৰেণীৰ পৃষ্ঠপোষকতা লাভ কৰিবলৈ গৈ আচল মূল্যবোধ বিসৰ্জন দি এই শ্ৰেণীৰ তৰল আৰু অশ্ৰদ্ধাপূৰ্ণ জীৱন-দৃষ্টি গ্ৰহণ কৰি অধঃপাতে গ'ল। সুস্থ, উন্নত পৰম্পৰা আৰু মূল্যবোধ হেৰুৱাই পেলালে। কিছুমান চিভিল চাৰ্ভিচ আদিৰ অন্ধকূপত সোমাই প্ৰাণশক্তি নিঃশেষ কৰিলে। স্বাধীন দেশৰ চৰকাৰে সৃষ্টিৰ সংগ্ৰামত সহায় কৰা দূৰৰ কথা, শিল্পী-সাহিত্যিকসকলৰ অৰ্থনৈতিক সমস্যা সমাধানতো একো বৰঙনি যোগাব নোৱাৰিলে। প্ৰকাশকসকলে লেখকসকলক নিৰ্দিষ্ট ৰয়েলিটি দিয়াৰ সুবন্দোবস্তও তেওঁলোকে নকৰিলে। শিল্পীসকলক প্ৰযোজকে কৰা



শোষণৰো অন্ত নপৰিল। বনুৱা আৰু খেতিয়কসকলৰ দৰে শিল্পী সাহিত্যিকসকলৰো নিজা স্বত্ব আছে। এই স্বত্ব জীৱিকাৰ আয়ৰ আৰু সাধনাৰ।

ব্ৰজেন বৰুৱাৰ জীৱনতো বিপৰ্য্যয় আহিল আৰু তেৰোঁ পৃষ্ঠপোষকতাৰ বাবে উচ্চ মধ্যবিত্ত শ্ৰেণীৰ লগত মিত্ৰতা কৰিব লগাত পৰিল। ইয়াৰ ফলত মুক্ত সৃষ্টিৰ সম্ভাৱনা হ্ৰাস পালে। কিন্তু গান আৰু বোলছবিৰ বাবে নিষ্ঠা তেওঁৰ অটুট আছিল। অৱশ্যে উক্ত মিত্ৰতাৰ ফলত তেওঁৰ ওপৰত ব্যৱসায়বাদৰো প্ৰভাৱ পৰে। বংগ দেশত বোলছবি শিল্পী বা আন কলাৰ কিছু দূৰ সুস্থ বিকাশ ঘটিছে। ইয়াৰ মূলতে তেওঁলোকৰ এচাম শিল্পীৰ সুস্থ পৰম্পৰাৰ প্ৰতি আৰু সুস্থ জীৱনবোধৰ প্ৰতি আনুগত্য। অসমত সমালোচনা-সাহিত্য দুৰ্বল বাবে শিল্পী-সাহিত্যিকসকলৰ সুচেতনা সময় মতে সজাগ কৰি ৰখাও সম্ভৱপৰ নহ'ল।

নানা অসুবিধাৰ সন্মুখীন হৈও একান্ত মনে অসমত বোলছবি নিৰ্ম্মাণৰ জটিল সংগ্ৰাম চলাই থকাটোৱেই বৰুৱাৰ জীৱনৰ ঘাই বৈশিষ্ট্য। এই বিষয়ত তেওঁ দুই এজন শুভাকাংখী বন্ধুৰ সহায়ো পাইছিল। 'মুকুতা' উলিওৱাৰ পিছত এদিন তেওঁৰ লগত আলোচনা কৰোতে কৈছিলো " 'ডঃ বেজবৰুৱা' আৰু 'মুকুতা' দুয়োখনেই ব্যৱসায়িক ভাৱে সফল ছবি। মুকুতা দুই এটা বিষয়ত ইখনতকৈ উন্নত। এতিয়া আপুনি এই ক্ষেত্ৰত যি পটুতা অৰ্জন কৰিছে, সেই পটুতা যেন আচল জীৱন আৰু মানৱতাৰ মূল্য বোধ প্ৰকাশ কৰাত ব্যৱহাৰ কৰে।" ই আছিল বন্ধুৰ দাবী। বৰুৱাৰ বন্ধু সদা মৰলো তেতিয়া তাত আছিল। ব্ৰজেন বৰুৱাক বহুত দিনৰ মূৰত লগ পাইছিলো। কথা কওঁতে আত্মবিশ্বাসৰ উপৰিও দক্ষতা প্ৰকাশ কৰিছিল। তেওঁ বিভিন্ন দেশী আৰু বিদেশী বোলছবিৰ কলা-কৌশল সমালোচনামূলক দৃষ্টিৰে বিচাৰ কৰি চাই ইতিমধ্যে অসমীয়া ছবি নিৰ্ম্মাণৰ বিষয়ে কিছুমান নিজা ধাৰণা কৰি লৈছিল। এইবিলাক বিষয়ত মোৰ মন্তব্য নিষ্প্ৰয়োজন। কিন্তু তেওঁ মোৰ পৰামৰ্শতো সাদৰেৰে গ্ৰহণ কৰি ক'লে "এটা ভাল গল্প বিচাৰি আছো।" মোৰ ভাব হ'ল বৰুৱাই সুদীৰ্ঘ সংগ্ৰামৰ মাজেদি নিৰ্মাণ কাৰ্যত যি পটুতা অৰ্জন কৰিছে, সেই পটুতা কলা আৰু মানৱৰসৰ বেদীত নিবেদন কৰিবলৈ ইচ্ছুক। এই প্ৰতিশ্ৰুতি পাই মই আনন্দ পাইছিলো। আৰু তেওঁৰ পৰা যথেষ্ট আশা কৰিছিলো। মোৰ ভাব হৈছিল তেওঁ কিজানি এদিন এই প্ৰতিশ্ৰুতি পালন কৰিবলৈ সমৰ্থ হ'ব। কিন্তু নিষ্ঠুৰ কালে অকালতে তেওঁক আমাৰ মাজৰ পৰা হৰণ কৰি লৈ গ'ল। আমি সকলোৱেই এদিন মৰিব লাগিব। কিন্তু অকাল মৰণ অসহ্য। নিশ্চয় আমাৰ জীৱন-ধাৰণ প্ৰণালীত বহুত ভুল আছে। নহলে কিয় এনে হ'ব?

## ভূপেন হাজৰিকা

### ব্ৰজেন আজি ঘৰলৈ উভতিব

গুৱাহাটী। নিজৰাপাৰ। ২৮ জুন '৭২। পুৱা চাৰে ন বাজোঁ বাজোঁ মোলৈ জনৈক বন্ধুৰ ফোন। আৰু এজনৰ। আৰু বহুতৰে ফোন। ক্ৰিং ক্ৰিং ক্ৰিং ক্ৰিং ক্ৰিং ক্ৰিং প্ৰত্যেকটো ক্ৰিং যেন কোনো এখন নিষ্ঠুৰ কথাছবিৰ লাউড চাউণ্ড ট্ৰেকৰ ক্ৰেশ্ব মিউজিক......'শুনিছেনে হাজৰিকা ......ব্ৰজেন বৰুৱা আজি ......গোলাঘাটৰ পৰা আহি আছে ......নিশা পাৰ্বহি......।' ফোনৰ ৰিচিভাৰটো সোঁ হাতৰ মুঠিৰে জোৰেৰে টিপামাৰি ধৰি নিৰুত্তৰ হৈছোঁ। মোৰ সৰু কোঠা-টোত বাৰে বাৰে যেন বহুজনে বহুবাৰ একে কথাকে চিঞঁৰিছে—ব্ৰজেন আজি ঘৰলৈ উভতিব ......ব্ৰজেন আজি ঘৰলৈ উভতিব......

উধাতু খাই মোৰ ভাই অমৰ আৰু জয়ন্তক লৈ যেতিয়া ব্ৰজেনৰ লতাশিলৰ পুৰণি ঘৰ পাওঁগৈ তেতিয়া মৰম লগা অকণমানি লৰা মনজ্যোতিয়ে (ব্ৰজেনৰ প্ৰথম লৰা) ঘৰৰ সমুখত হঠাতে গোট খোৱা আমাৰ আৰু বহুতৰে মুখলৈ চাইছে। ব্ৰজেনৰ দ্বিতীয় শিশু ছোৱালীটিয়ে ইটো-সিটোৰ মুখলৈ চাইছে। একো বুজা নাই। ব্ৰজেনৰ লৰাটিয়ে ব্ৰজেনলৈ বাট চাইছে। গোলাঘাটৰ পৰা আহিব দেউতাক। মজাৰ খবৰ এটা দিব। দেউতাকে দুয়ো হাতেৰে তাক আকাশলৈ তুলি কবঃ—চাবাচ বেটা—। মনজ্যোতিয়ে স্কুলত এইবাৰ ডবল প্ৰমোশ্যন পাইছে যে! প্ৰগেছ ৰিপৰ্ট দেখুৱাব। হঠাৎ এটি করুণ কান্দোনৰ ধ্বনি। ব্ৰজেনৰ অৰ্দ্ধাংগিনীৰ কণ্ঠ। মোক তেওঁ গোচৰ দিছে...... 'ফুলপাহ মেল খাইছিল মাথোঁ— ......কিয় ......কিয় ......কিয় কাঢ়ি নিলে ইমান সোন-কালে......!' আমাৰ চকুলোহে একমাত্ৰ উত্তৰ। ব্ৰজেনৰ ভনীয়েক-ককায়েক-ভায়েক সকলো নিৰুত্তৰ। আমি নিৰুত্তৰ। মাথোঁ একাষলৈ মাতি নি মোৰ চকুলো লুকুৱাই মনজ্যোতিক ফুচুলাইছোঁ...... 'বাবা, দেউতা আহিব নহয় ঘৰলৈ...... আজি সন্ধিয়া...... তেতিয়া কৰা দেই তোমাৰ ডবল প্ৰমোশ্যনৰ



কথা......।' সিটো কোঠাত ব্ৰজেনৰ বৃদ্ধ পিতাক মই লগ ধৰোঁতে মাথোঁ কৈছে ......'এইবিলাক কথা আমাৰ গালৈহে আহিব লাগে ......ভূপেন বোপা......আমি বুঢ়া মানুহ......তাক কিয় ......তাক কিয়......।' নকৰ কিয়? তেখেতৰ তেৰটি ল'ৰা-ছোৱালী আজি ইমান দিনে দপদপাই আছে বিভিন্ন ক্ষেত্ৰত......জাগ্ৰত জীৱন্ত হৈ আছে......। যদিও তেখেতৰ সহধৰ্মিণীক (ব্ৰজেনৰ মাতৃ) কিছুদিন আগতে হেৰুৱাইছে— তথাপি বৃদ্ধ পিতাই এই তেৰটি ল'ৰা-ছোৱালীৰ এটি-কোতো হেৰুওৱা নাই। আজি কিয় এজনক লৈ গল......? ইয়াৰ উত্তৰ কোনে দিব?

দুপৰীয়া আকাশবাণীৰ দিল্লী কেন্দ্ৰৰ সৰ্বভাৰতীয় বাতৰিত কোৱা হৈ গল......ব্ৰজেন বৰুৱা আৰু নাই। গুৱাহাটী মহানগৰীৰ জনস্ৰোত।...... লক্ষ্যঃ ব্ৰজেন বৰুৱাৰ ঘৰ।...... আমি ব্ৰজেনক আজি গুৱাহাটীখন শেষবাৰলৈ ফুৰাব লাগিব। ব্ৰজেন আজি ঘৰলৈ উভতিব।

—ঠিক চাৰে আঠ বজাত ব্ৰজেন আহিল। গোলাঘাটৰ পৰা আহোঁতে ব্ৰজেনক বাটে বাটে বহুতে লগ পাইছে ......মৰম যাচিছে—চকুলোৰে ......নমস্কাৰেৰে ......ফুলেৰে ......সেয়ে ঘৰলৈ ওভতোঁতে পলম হৈছে...... জীপ এখনৰ পৰা ব্ৰজেন নামিল......আজি কিন্তু ব্ৰজেন চাৰিজন ডেকা লৰাৰ কান্ধত উঠি নামিছে......! বৃদ্ধ পিতৃ, সহধৰ্মিণী, ককায়েক-ভায়েক-ভনী, পুত্ৰ-কন্যা...... আৰু সহস্ৰ সহস্ৰ শুভাকাংক্ষীয়ে এবাৰ দৰ্শন বিচাৰিছে ব্ৰজেনৰ।......মাথোঁ এবাৰ। পুলিচে জনতাক কণ্ট্ৰল কৰিবলৈ টান পাইছে......ধূপ-ধুনা......বৰ-গীত, হৰিনামৰ ৰোলেও পৰিয়ালবৰ্গৰ ক্ৰন্দন ধ্বনিক তল পেলাব পৰা নাই......।

ব্ৰজেনক লৈ বিৰাট শোভাযাত্ৰা ওলাল।......চিৰনিদ্ৰামগ্ন ব্ৰজেনৰ নিচেই কাষতে ম্ৰিয়মান ভ্ৰাতৃ নিপ বৰুৱাও। ট্ৰাকত। আমি দুয়ো ওচৰাওচৰি। শোভাযাত্ৰাৰ সমুখত পুলিচৰ পায়লট মটৰ চাইকেল...... পিচত অজস্ৰ মানুহ ......তাৰ পিচত গুৱাহাটীৰ অটোৰিক্সা এশখন। (আজি কাম বন্ধ কৰি, এই উদাৰ শিক্ষিত চালক সকলে শিল্পী ব্ৰজেনক সন্মান জনাবলৈ আহিছে)...... তাৰ পিচত বহুতো গাড়ী......বিৰাট শোভাযাত্ৰা......ট্ৰাকত ব্ৰজেন শুই আছে...... প্ৰগতি শিল্পী সংঘত মাল্য প্ৰদান......কুমাৰ ভাস্কৰ নাট্য মন্দিৰত বিভিন্ন সাংস্কৃতিক সন্থাৰ শ্ৰদ্ধা নিবেদন ......ব্ৰজেনৰ পৰিচালনাত অভিনয় কৰা কেইবা গৰাকীও বিশিষ্ট নায়কৰ অশ্ৰুসিক্ত কৃতজ্ঞতাৰ আলপৈচান...... শোভা-যাত্ৰা গৈ আছে ফাঁচীবজাৰৰ পিনে......মই হেৰাই গৈছোঁ কোনোবা সুদূৰ অতীতত......ব্ৰজেন ......ব্ৰজেন ......ব্ৰজেন বৰুৱা মোৰ প্ৰায় সমবয়সী...... আমাৰ 'লাইন' (এইটো ফিল্ম শিল্পৰ ভাষা!) প্ৰায় একে। ব্ৰজেনে গান গায়, সুৰ দিয়ে, সংগীত পৰিচালনা কৰে, ছবিৰ কাহিনী লিখে, ছবি পৰিচালনা

কৰে, অভিনয় কৰে। জীৱিকা নিৰ্বাহৰ বাবে ময়ো তাৰে কিবা কেইটামান কৰোঁ। আমি দুয়ো দুয়োৰে সমস্যাবোৰ বুজোঁ।...... ব্ৰজেন তেতিয়া কটন কলেজৰ ছাত্ৰ। বিষ্ণুদাই ব্ৰজেনক গীত শিকাইছে......'স্পন্দন তোৰ জাগেনে?' ব্ৰজেনে সুন্দৰকৈ গীত গাইছে। শ্ৰোতাৰ হাত চাপৰি পাইছে। লগৰ বন্ধু এজনক কৈছেঃ 'দেখিছা বিষ্ণুদাই মোক একে নিশাতে কলেজৰ হিৰো কৰি গৈছে!' ব্ৰজেন সদায় হিৰো আছিল। তাৰ পিচত ব্ৰজেন গুচি গৈছে কলি-কতাৰ চিটী কলেজলৈ। তেতিয়াৰ কলিকতা বৰ অশান্ত। এফালে বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সংগ্ৰাম আনফালে সাম্প্ৰদায়িক অশান্তি। কবি অমূল্য বৰুৱাৰ প্ৰাণ নাশ কৰে কোনোবা দুৰ্বৃত্তই তেতিয়াই। ......ব্ৰজেন গুচি আহিল কলিকতা এৰি থৈ। সংগীতত, নাটকত, কলিকতাত ঘটা সেই সময়ৰ বেনেচাঁৰ সৈতে পৰিচালিত হৈ উভতি, ব্ৰজেনে গুৱাহাটীত অৰ্কেষ্ট্ৰেশ্যনৰ পিনে চকু দিলে। গণনাট্য সংঘত আমি সহকৰ্মী। মই গীত গাওঁ ৰচোঁ। ব্ৰজেনে অৰ্কেষ্ট্ৰাত সৃজনীপ্ৰতিভা ঢালি দি নামাকৰণ কৰে ৱাৰ এণ্ড পীচ......যুদ্ধ আৰু শান্তি। ......অৰ্কেষ্ট্ৰাত সমাজ সচেতনতা আনে ব্ৰজেনে।

ব্ৰজেনৰ সুন্দৰ এচৰাজ বাদন, তবলা বাদন বহুতো কৰ্টনিয়ানে পাহৰিব নোৱাৰে। তাৰ পিচত আহিল ব্ৰজেনৰ সংগীত পৰিচালনাৰ অধ্যায়......আপোন ভ্ৰাতৃ নিপ বৰুৱাৰ ছবি— 'স্মৃতিৰ পৰশ', 'মাক আৰু মৰম', 'নৱকাসুৰ', 'আমাৰ ঘৰ', 'ভক্ত প্ৰহ্লাদ' আৰু আনৰ ছবি 'লাচিত বৰফুকন', 'লখিমী' আদি ব্ৰজেনৰ সুসংযোজনাৰ উজ্জ্বল স্বাক্ষৰ। ......এইবাৰ ব্ৰজেনৰ নিজৰ জীৱন সংগ্ৰাম আৰম্ভ হল। ব্ৰজেনে বিয়া কৰালে। সংগ্ৰাম আৰম্ভ কৰিলে হাস্যৰসেৰে। 'ইটো সিটো বহুতো'ত নটসূৰ্য্য ফণী শৰ্মাদেৰকো হাস্যৰসিক বেশে উলিয়ালে। ......এইবাৰ ব্ৰজেন পৰিচালক হল।......কেনে পৰিচালক? ডঃ বেজবৰুৱাত ক্ৰাইম ড্ৰামাৰ অৱতাৰণা কৰিলে। বহিৰ্দৃশ্যত সম্পূৰ্ণ ছবি শেষ কৰিলে। ব্ৰজেন সফল হ'ল। ব্যৱসায়ৰ ক্ষেত্ৰতো 'ম'ণ্ট চট আফটাৰ' পৰিচালক। নাথিং চাৰ্কচিডচ লাইক চাকচেচ। পুনৰ 'মুকুতা'ই দিলে নিৰ্মল শিশুকো মনৰ খোৰাক। পূৰ্ণ বয়স্ক নাৰীক 'মুকুতা'ই কন্দুৱালে। আৰু এখন হিট ছবি। তাৰ পিচত আহিল 'ললিতা'। ললিতা—ললিতা—......আমাৰ নীৰৱ শোভা-যাত্ৰা তেতিয়া গুৱাহাটীৰ শিখ মন্দিৰৰ ওচৰ চাপিছে। ব্ৰজেনক আজি গোলা-ঘাটৰ পৰা লৈ অহা নায়ক বিজু ফুকনে মোক কৈছেঃ 'ভূপেনদা, গোলাঘাটত ডাক বঙলাত আজি প্ৰায় এসপ্তাহ আগতে ব্ৰজেনদাৰ সৈতে ভূতৰ গল্প পাতিছিলোঁ। (তেতিয়া 'ওপজা সোণৰ মাটি'ৰ শ্বুটিং পুৰাদমে চলিছে)। নিশা ব্ৰজেনদাই হাঁহি মাৰি কলে—হেৰা বিজু, মোৰ আজি অলপ ভয় লাগিছে। তুমিও এই বঙলাতে শোৱা। তাৰ পিচত গভীৰ নিশা ডাক বঙলাৰ চৌপাশে এটা কুকুৰে বৰকৈ ভুকাত দুয়ো সাৰ পালে। ব্ৰজেনে তেতিয়া বিজুক ক'লেঃ



'হেৰা বিজু! বেয়া সপোন এটা দেখিলোঁ। জানা? 'ললিতা'-খন লৈ, মোক কোনোবা এজনে জোকাইছে!'

......কথাটো শুনি মোৰ বুজিবলৈ বাকী নেথাকিল যে এজন স্ৰষ্টাই মন-প্ৰাণ ঢালি নিৰ্মাণ কৰা এখন বোলছবি যদি কিবা কাৰণত ৰাইজৰ গ্ৰহণযোগ্য নহয় তেন্তে সেই চিন্তাই তেওঁক শয়নে-সপোনে খুলি খুলি খায়।......ব্ৰজেনে কিন্তু নকয়। ব্ৰজেনে অক্লান্ত পৰিশ্ৰম কৰি (ফিল্ম নিৰ্মাণত শাৰীৰিক কষ্ট কিমান হয় সেইটো ফিল্ম কৰা সকলেহে ভালকৈ বুজে!) যেতিয়া ভাগৰি পৰে—যেতিয়া বুকুখন অলপ অলপ বিষায়, তেতিয়া কাকো নকয়। আনকি নিজৰ সহধৰ্মিণীকো। ককায়েক দৈত্যেন বৰুৱাই মোক কলে—'ব্ৰজেনক স্বাস্থ্যৰ প্ৰতি চকু দিবলৈ কলে সি কয়, 'এঃ বাদ দে'।—ব্ৰজেনে কাকো নকয়। ব্ৰজেনে তেতিয়া অভিনয় কৰে। ব্ৰজেন সুন্দৰ অভিনেতাও যে।—প্ৰমাণঃ 'ডঃ বেজবৰুৱা', 'মুকুতা', 'ললিতা'ৰ তিনিটা শক্তিশালী চৰিত্ৰাভিনয়। ১৯৭০ চনত ডঃ বেজবৰুৱাৰ বাবে যেতিয়া ৰাষ্ট্ৰপতিৰ ৰূপৰ পদক পায় তাৰ পিচত এদিন কলিকতাৰ ফিল্ম চাৰ্ভিচ লেবৰেটৰীত আমি বহুপৰ কথা পাতিছোঁ। ব্ৰজেনে কথাই কথাই কৈছিল—'আচল মেডেল হল ৰাইজ। ৰাইজে গ্ৰহণ নকৰিলে মৰিবৰ মন যায়!' মই কলোঁ, 'কোনোখন ৰাইজে গ্ৰহণ কৰিব, কোনো-বাখন নকৰে—ই এটা খেলা।' ব্ৰজেনে তেতিয়া চকু টিপ মাৰি উত্তৰ দিলে—'এৰা, ভাল জুৱাখেলাখন খেলি আছোঁ।' দুয়ো হাঁহিলো। আৰু দুয়ো নিজ নিজ এডিটিং কক্ষলৈ সোমাই গলোঁ। তেওঁ 'মুকুতা'লৈ। মই 'এখানে পিঞ্জৰ'লৈ।...... আৰু এদিনৰ কথা। প্ৰায় তিনি বছৰমান আগতে গুৱাহাটীৰ পুথিভঁৰালত মই গীত গাই আছোঁ। অনুৰোধৰ পিচত অনুৰোধ। হঠাৎ এটি অনুৰোধ—'অস্ত আকাশৰে সপোণ ৰহণ সানি ক্লান্তি লুইতৰে হেঙু-লীয়া পানী বৈ যায়' গীতটো গাওঁ যেন। সেই অনুৰোধকাৰীজন কোন? সেয়া ব্ৰজেন বৰুৱা। তেওঁৰ ওচৰতে আছিল কবি গীতিকাৰ হীৰেণ ভট্টাচাৰ্যও। মই হাঁহি মাৰি আনন্দেৰে সেই পুৰণি গীতটি গালোঁ। ভালকৈ গালোঁ। কাৰণ, সেইটো মোৰ প্ৰায় সমবয়সী, সহকৰ্মী, সমসাময়িক স্বয়ং ব্ৰজেনৰ প্ৰিয় গীত। নিৰ্মল আন্তৰিকতাৰ পৰা ওলোৱা অনুৰোধ। সৰু লৰাৰ দৰে কৰা অনুৰোধ। শোভাযাত্ৰা নৱগ্ৰহ শ্মশানৰ ওচৰ পালেহি। ব্ৰজেনক চাবলৈ তাতো লোকে লোকাৰণ্য।...... দুদিনমান আগতে ব্ৰজেনৰ শেহতীয়া ছবি 'ওপজা সোণৰ মাটিৰ' দৃশ্য গ্ৰহণ শেষ কৰি ব্ৰজেনে কলাকুশলীসকলক কৈছে—'এই ছবি শেষ। এতিয়া সম্পাদনাহে বাকী। আপোনালোক ঘৰাঘৰি যাওঁকগৈ। মই ২৮ তাৰিখে ঘৰলৈ যামগৈ।' ব্ৰজেন এক কথাৰ মানুহ। ব্ৰজেনে ঠিক সেই তাৰিখতে উভতিলে ঘৰলৈ। নৱগ্ৰহত চিৰনিদ্ৰা লবলৈ। মনজ্যোতিয়ে ডবল প্ৰমোশ্যনৰ কথা দেউতাক কবলৈ বাকী থাকি গ'ল। 'বুইছা, ওপজা সোণৰ

মাটিখন শেষ কৰিম সোনকালে, কিয়নো তাৰ পিচতে লাগি যাম 'হৰিশ্চন্দ্ৰ' ছবিখনত। তাৰ পিচত এটা ঘৰ সাজিম। বুলি তেওঁৰ তত্বাৱধানত অভিনয় কৰা এজন নায়কক সিদিনা মাথোঁ ব্ৰজেনে কৈছিল। নিচেই ওচৰতে থকা শিল্পী এগৰাকীৰ মতে শেষৰ কেইদিন যেন ব্ৰজেন বৰ অশান্ত আছিল। কৈছিল, 'মোৰ বৰ ভাগৰ লাগিছে। অলপ শুৱলৈ দিয়া।' নলীন দুৱৰাক এবাৰ টানকৈ কৈছিল—'ডাক্তৰ কিয় লাগে? মোক অলপ মাথো বিশ্ৰাম লাগে। মোৰ একো হোৱা নাই।' ২৭ জুনৰ নিশা বুকুৰ বিষ। ডাক্তৰৰ অক্লান্ত পৰিচৰ্য্যা। শুভাকাঙ্ক্ষীসকলৰ আলপৈচান। তাৰ পিচত হৰ্চপিতেলাইজেশ্যন। প্ৰশান্ত হাজৰিকাই হাত পিহিছে। ব্ৰজেনৰ দুচকুত পানী। এবাৰ ডাক্তৰৰ পিনে চাই ব্ৰজেনে বগৰ কৰি কৈছে 'কি ডাক্তৰ, অসহায় যেন লাগিছে নেকি?' শেষবাৰৰ সংগ্ৰাম। তাৰ পিচত ব্ৰজেনে ইংৰাজী কৈছে —'আই উইল ডাই'।......কিছুপৰ পিচত পুৱা ৭ বজাত গোলাঘাটত সকলো শেষ। ব্ৰজেনৰ জীৱনৰ-বোলছবিৰ শেষ শ্বট হৈছে— নিশা প্ৰায় বাৰ বজাত। নৱগ্ৰহ শ্মশানৰ গছ এজোপাৰ তলত অকলে থিয় হৈ মই একুৰা জুইক চাইছোঁ—যাৰ নাম ব্ৰজেন। সেই জুইৰ উত্তাপত অনুপ্ৰেৰণা আছে—অসমৰ উঠি অহা সংগ্ৰামশীল শিল্পী চামক আগুৱাই নিয়াৰ। ব্ৰজেনে শেহতীয়া ছবি 'ওপজা সোণৰ মাটি'খন সম্পাদনা নকৰাকৈ গুচি গৈছে। দুটি শিশুৰ বাবে 'ঘৰ' এটা সাজিবলৈ এতিয়াও বাকী। ব্ৰজেন ব্যস্ততাৰ 'ভিকটিম' হল। হি ডায়ড ইন হাৱনেচ। শিল্পীয়ে, বিশেষকৈ অসমীয়া সংগ্ৰামশীল শিল্পীয়ে জিৰণিবিহীনভাৱে কাম কৰিব লগীয়া হয়। নিজৰ জীৱনকৈও আৰ্টক অধিক মূল্য দিয়া শিল্পী আছিল ব্ৰজেন......। গুৱাহাটী মহানগৰীৰ চিনেমা হলৰ শ্ব বন্ধ হল। কলিতাৰ ফিল্ম চাৰ্ভিচেজৰ কলা-কুশলী সকলৰ ৰসায়নাগাৰ বন্ধ হল—ব্ৰজেনৰ সম্মানাৰ্থে। বহুতো মালা পিন্ধোৱা হল। ব্ৰজেন পিচে আৰু নাহে 'ষ্টাৰ্ট কেমেৰা' বুলি কবলৈ। কোনোবা নেদেখা পৰিচালকে ব্ৰজেনৰ জীৱন-চিত্ৰনাট্যৰ এটি চিকুৱেণ্ডৰ, এটি বিশেষ শ্বট লওঁতে—সময়ৰ আগতে চিঞৰি দিলে—কাট্!

......নৱগ্ৰহৰ আকাশত এতিয়া নিশা সুন্দৰ জোন ওলাইছে। ব্ৰজেনৰূপী জুই একুৰা বঙা হৈ জ্বলি আছে। ......সহস্ৰ লোকে ম্ৰিয়মান হৈ মৰম শ্ৰদ্ধাৰ চকুলো যাচিছে।

'কেইজন ৰাজনৈতিক নেতাই এই সন্মান পাব বাৰু?' বুলি মোক কৈছে, জ্যোতি ককাইদেউৰ এসময়ৰ সহকৰ্মী প্ৰবীণ শিল্পী শুভ বৰুৱাদেৱে! তাৰ পিচত আকাশৰ জোনৰ পিনে চাই তেওঁ অস্ফুট ভাৱে গাইছেঃ 'ব্লেচ্‌ড্ বি ডা আৰ্ট ডেট্ ইমমৰটেলাইজেজ......' ব্ৰজেন নাই। অথচ ব্ৰজেন থাকিব। ব্ৰজেন ওপজা সোণৰ মাটিত, ব্ৰজেন সদায় সাধনাৰ জুইৰ হৈ থাকিব। ন ব্ৰজেন ঘৰলৈ উভতিব এই জুইৰ উত্তাপতেই......।





## সমাজ সচেতন শিল্পী ব্ৰজেন বৰুৱা

শিল্প জগতত সুৰস্ৰষ্টা হিচাপে প্ৰবেশ কৰি, পিচলৈ গীতিকাৰ, কাহিনী ৰচক, অভিনেতা আৰু বোলছবি পৰিচালকৰূপে প্ৰতিষ্ঠা লাভেৰে জীৱনৰ এটা পৰম লগ্নত উপস্থিত হৈ হঠাতে আমাৰ মাজৰ পৰা ব্ৰজেন বৰুৱা গুচি গল। মোৰ বাল্য বন্ধু ব্ৰজেনে এই খ্যাতি আৰু প্ৰতিষ্ঠা, —ফুল ছটিয়াই থোৱা আলিত বুটলি পোৱা নাই। যিটো আলিৰে ব্ৰজেন আগুৱাইছিল সেই আলিটোলৈ পূৰ্বসূৰী সকলে আঙুলিৰেহে নিৰ্দেশ কৰিছিল। তেওঁ নিজেহে হাবি কাটি সেই আলি উলিয়াই লব লগীয়া হৈছিল। এই হাবি কাটি যাওঁতে কি পৰিমাণৰ শাৰীৰিক আৰু মানসিক পৰিশ্ৰম হৈছিল, ভুক্তভোগীতকৈ আনে ভালকৈ নাজানে আৰু এই অধিক পৰিশ্ৰমেই ব্ৰজেনক অকালতে মৃত্যু মুখলৈ ঠেলি দিলে।

আমাৰ দেশৰ বৰ্তমান সামাজিক গাঁথনিত শিল্পীৰ স্থান অতি প্ৰয়োজনীয় শ্ৰেণীৰ ভিতৰত নপৰে। এজন খেতিয়ক বা এজন বনুৱাক সমাজে অৱহেলা কৰিলেও তেওঁলোক নথকা কথাটো ভাবিবই নোৱাৰে। সেয়েহে তেওঁলোক অতি প্ৰয়োজনীয় শ্ৰেণীৰ আৰু তেওঁলোকক মিঠা মিঠা কথা কৈ আভুৱা-ভাবি উৎপাদনৰ পৰিমাণ বঢ়াই ওপৰৰ শ্ৰেণীৰ সকলে নিজৰ সুখ-সম্ভোগ সম্পূৰ্ণ ভাৱে ৰাখিবৰ যত্ন কৰিছে। কিন্তু এজন শিল্পীক স্বাৰ্থান্বেষী সকলে নিজৰ হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰি শ্ৰমজীৱি মানুহক শোষণ কৰাৰ সুবিধাটো হস্তগত কৰিবলৈ সততে চেষ্টাবান হয়। ব্ৰজেনে স্বাৰ্থান্বেষী মহলৰ এই অভিসন্ধিৰ প্ৰতি সততে সজাগ আছিল আৰু সেয়েহে নতুন পদ্ধতি উলিয়াই যিমান কম খৰচত বোলছবি নিৰ্মাণ কৰিব পাৰি তাৰ বাবে আপ্ৰাণ চেষ্টা কৰিছিল আৰু বৃহৎ গোষ্ঠীৰ প্ৰযোজকৰ ওচৰলৈ নগৈ বন্ধু-বান্ধৱ আৰু তেওঁক বুজি-পোৱা সকলৰ পৰা আৰ্থিক সাহায্য লৈ ছবি নিৰ্মাণ কৰিবলৈ যত্ন কৰিছিল।

ব্ৰজেনে বুজি পাইছিল যে সাধাৰণ খাটিখোৱা মানুহৰো জ্ঞানতৃষ্ণা আছে আৰু প্ৰগতিবাদী সৃজনশীল শিল্পৰ যোগেদি তেওঁলোকৰ জীৱন সংগ্ৰাম আগুৱাই নিব পাৰি। সেই কাৰণেই জনসাধাৰণে শিল্প কৰ্মৰ ভিতৰেদি তেওঁলোকৰ নিজৰ বৰ্তমান আৰু ভৱিষ্যতক প্ৰতিবিম্বিত হোৱাটো বাঞ্ছা কৰে। ব্ৰজেনে 'ডাঃ বেজবৰুৱা'ৰ পিচৰ 'মুকুতা'ত বহল মানৱীয়তাৰ ওপৰত গুৰুত্ব দিছিল। আমাৰ দেশৰ হেজাৰ-বিজাৰ মুকুতাৰ আশা-আকাঙ্ক্ষাক কিদৰে বাস্তৱত ৰূপায়িত কৰিব পাৰি তাৰ ইংগিত দিবৰ চেষ্টা কৰিছিল। তাৰ পৰৱৰ্তী বোলছবি 'ললিতা'ত সমাজৰ নিষ্পেষিত ললিতাবোৰৰ জীৱন সংগ্ৰাম তুলি ধৰিছিল। ললিতাত ব্ৰজেনে আফজল মিঞাৰ চৰিত্ৰ ৰূপায়িত কৰিছিল। ব্ৰজেনৰ অতি কঠোৰ সমালোচক সকলেও কবলৈ বাধ্য হৈছিল যে ব্ৰজেনৰ আফজল মিঞাৰ অভিনয় অতুলনীয়। এই চৰিত্ৰটি ৰূপায়িত কৰিবলৈ ব্ৰজেনে প্ৰেৰণা ক'ৰ পৰা পালে? প্ৰকৃততে ব্ৰজেনৰ ভিতৰত এজন আফজল সোমাই আছে। তাৰ অন্তৰত ধৰ্মৰ বিভেদ, শ্ৰেণীৰ বিভেদ বা আন কোনো ঠেক মনোবৃত্তি নাছিল। খাটি খোৱা মানুহে তাৰ ন্যায্য প্ৰাপ্য আদায় কৰিব পাৰে জীৱন সংগ্ৰামৰ যোগেদি। কোনোবাই দুৰ্বল মুহূৰ্তত এটা ভুল কৰিলেও সেই ভুল অমাৰ্জনীয় হব নোৱাৰে। তাক শুদ্ধ কৰি লৈ সমাজে আঁকোৱালি ধৰাটোহে সকলোৰে কাম্য। 'ললিতা' বোলছবিখনত কৌশল বা পৰিবেশনৰ দুই এটা ভুল-ত্ৰুটি থাকিলেও ই আমাৰ সমাজলৈ এটা নতুন বাণী বহন কৰি আনিছে। এই কথাষাৰি মনত ৰাখি আমাৰ এই শিল্পত জড়িত থকা সকলে যদি ভৱিষ্যতৰ কাৰ্যপন্থা হাতত লয় তেতিয়াহে ব্ৰজেনৰ জীৱনৰ আধৰুৱা উদ্দেশ্য সফল কৰিব পৰা হব।

ব্ৰজেনৰ জীৱনৰ মহত্তৰ সাফল্য হল অসমীয়া বোলছবিক ব্যৱসায়িক ভিত্তিত সফল ৰূপে প্ৰতিষ্ঠা কৰা। ডাঃ বেজবৰুৱাৰ আগলৈকে অসমীয়া বোলছবি ঠন ধৰি উঠিব পৰা নাছিল। দুই এখন ছবি উৎকৃষ্ট হলেও সেইবোৰে ব্যৱসায়িক ভাৱে সফলতা লাভ কৰিব পৰা নাছিল। ডাঃ বেজবৰুৱাৰ সাফল্যই অসমীয়া বোলছবি নিৰ্মাণৰ ক্ষেত্ৰত আন আন প্ৰযোজক আৰু পৰিচালক সকলক আগুৱাই আহিবলৈ প্ৰেৰণা দিলে। ইয়াৰ আগতে অসমীয়া বোলছবিক আকৰ্ষণীয় কৰি তুলিবলৈ আমাৰ দুই এজন বোলছবি পৰিচালকে বোম্বাই, কলিকতাৰ সুখ্যাত শিল্পী সকলৰ সহযোগিতা পাইছিল। কিন্তু তথাপিও সেই প্ৰচেষ্টাৰ দ্বাৰা আকাঙ্ক্ষিত ফল পোৱা নগল। ব্ৰজেনে জীৱনত নিজক বিক্ৰী কৰি প্ৰতিষ্ঠা বা আৰ্থিক সাফল্য লাভ কৰিবলৈ যত্ন কৰা নাছিল। ব্ৰজেনে যি সকল প্ৰযোজকৰ লগত ছবি কৰিছিল তেওঁলোকৰ ওপৰত অনাৱশ্যক ভাৱে কেতিয়াও আৰ্থিক হেঁচা নিদিছিল।

শিল্পী সকল সমাজ-নিৰপেক্ষ নহয়। তেওঁলোকো সমাজৰে অংগ।



সেয়েহে শিল্পীৰ প্ৰতি সমাজৰো দায়িত্ব আছে। যিজন শিল্পীয়ে অসমীয়া বোলছবিৰ উন্নতিৰ অৰ্থে নিজৰ জীৱন পাত কৰিলে সেইজন শিল্পীক অসমৰ ৰাইজে পাহৰিব নোৱাৰে আৰু নাপাহৰেও। কিন্তু ব্ৰজেনক মনত ৰাখিলেই আমাৰ কৰ্তব্য শেষ হবনে? ব্ৰজেনে যি দুটি লৰা-ছোৱালী আৰু তেওঁৰ বিধৱা পত্নী এৰি গল তাৰ বাবে আমাৰ সমাজৰ, চৰকাৰৰ আটাইৰে দায়িত্ব আছে আৰু সেই দায়িত্ব পালন কৰিবলৈ আমি স্বতঃ-প্ৰণোদিত ভাৱে আগুৱাই আহিব লাগিব।

হেমাংগ বিশ্বাস

ব্ৰজেন বৰুৱা

বোলছবি জগতৰ খ্যাতিলাভৰ আগৰ ব্ৰজেন বৰুৱাক মই অতি ঘনিষ্ঠ ভাবে জানো। সেই ব্ৰজেন, সুৰকাৰ ব্ৰজেন। গণনাট্য আন্দোলনৰ যোগেদি যি নতুন গীতধাৰা অসমত এসময়ত প্ৰবাহিত হৈছিল তাত সাৰ্থক বৰঙনি যোগাইছিল ব্ৰজেনে। নতুন সৃষ্টিৰ আনন্দৰ এজন চমজ্‌দাৰ অংশীদাৰ হিচাপে ব্ৰজেনে মোক পাইছিল। কেতিয়াবা 'কাফে ডি লুক্স'ৰ টেবুল চৰ্পাবিয়াই আৰু কেতিয়াবা গণনাট্যসংঘৰ কাৰ্য্যালয়ত হাৰমনিয়ম টানি লৈ নতুন সৃষ্টিৰ সমীক্ষা কৰিছিল।

উচ্চাংগ সংগীতৰ প্ৰচলিত ৰাগ ৰাগিণীৰ জ্ঞানৰ লগত থলুৱা সুৰৰ গভীৰ মৰমৰ মূৰ্চ্ছনাই ব্ৰজেনৰ সুৰ সৃষ্টিত এনে এটা বৈশিষ্ট্য আনিছিল—যাৰ আছিল এটা চিৰন্তন আবেদন। তাৰ উপৰিও ব্ৰজেনৰ আছিল পাশ্চাত্য সুৰ সংগীত—হাৰমণিৰ প্ৰতি এটা সহজাত শ্ৰুতিবোধ। পাশ্চাত্য সংগীতৰ জটিল বৈজ্ঞানিক জ্ঞান ব্ৰজেনৰ নাথাকিলেও তেওঁৰ সংগীতবোধ আছিল অতি প্ৰখৰ। ব্ৰজেনে হাৰমণিয়ামত আঙুলি বুলালেই ধ্বনীয়া 'কৰ্ড' সৃষ্টি হৈছিল যেন আপোনা আপুনি।

'বৰদৈচিলা তুমি আহিছিলা' এই গীতটোৰ সুৰ সংযোজনা, thematic developmentৰ উদ্দেশ্যে এক সুন্দৰ সাংগীতিক প্ৰয়োগ আৰু তাৰ কাৰণে Choir পদ্ধতিত এক সাৰ্থক সুৰ সংগতিৰ সৃষ্টি। কেৱল সুৰৰ বিন্যাসৰ যোগেদি বাণী নিৰপেক্ষ ভাবে আমি যে অসমলৈ বৰদৈচিলাৰ অহাৰ আৰু পুৰণিৰ ধ্বংস আৰু নতুন সৃষ্টিৰ ছবিখন দেখিবলৈ পাইছিলো। আমাৰ ল'বাছোৱালীৰ হাৰমণি সৃষ্টি কৰি গোৱাৰ অভ্যাস আৰু দক্ষতা নাই। ৰমেন বৰুৱাৰ নেতৃত্বত গণনাট্যৰ গানৰ দলে এই গীতটো গাই প্ৰশংসা আৰ্জিলেও



ব্ৰজেনে যেনেকৈ বিচাৰিছিল তেনেকৈ ৰূপ পোৱা নাছিল। আৰু ইয়াৰে জেৰ টানি ব্ৰজেনে মোক এদিন কৈছিলঃ আমাৰ 'কোৰাছ' কেতিয়াও সফল নহয় যেতিয়ালৈকে আমি আমাৰ ভাৰতীয় unison বা একে পৰ্দাত গোৱাৰ সলনি পনাশ্চাত্য হাৰমণি পদ্ধতিৰ প্ৰয়োগ কৰিব নোৱাৰিম।

ব্ৰজেনে যে এই ফালেদি কিমান ভাবিছিল আৰু অনুভৱ কৰিছিল তাৰ শ্ৰেষ্ঠ প্ৰমাণ হ'ল পাশ্চাত্য চিম্ফনিৰ আলমেৰে ভাৰতীয় ৰাগ-ৰাগিণীৰ ভিত্তিত সৃষ্ট তেওঁৰ "যুদ্ধ আৰু শান্তি" অৰ্কেষ্ট্ৰা। ভায়লিন, গীটাৰ, চেতাৰ, বাঁহী, তবলা ইত্যাদি কেইটামান যন্ত্ৰ আৰু কণ্ঠৰ সাহায্য লৈ এটা যুদ্ধবিৰোধী অৰ্কেষ্ট্ৰা সৃষ্টি কৰিছিল আৰু অসম গণনাট্য সংঘৰ প্ৰাদেশিক সন্মিলনত সৰ্ব-ভাৰতীয়খ্যাত কেইবা গৰাকী শিল্পীৰ আগত উপস্থিত কৰিছিল। অসমৰ ষড়ঋতু নামেৰে আৰু এটা এই ধৰাৰ অৰ্কেষ্ট্ৰাৰ যোগেদি বিভিন্ন ঋতুৰ 'মুড্' সৃষ্টি কৰিব পাৰিছিল।

১৯৪৬ চনত দুৰ্গেশ্বৰ শৰ্মাৰ ঘৰত এক সভা পাতি আনুষ্ঠানিক ভাবে বিহগী-কবি ৰঘুনাথ চৌধাৰীক সভাপতি আৰু আনন্দি দাসক যুক্ত সম্পাদক কৰি গণনাট্য সংঘ গুৱাহাটী শাখা প্ৰথম গঠিত হয়। বিহগী-কবি নিজে অত্যন্ত সক্ৰিয় হোৱাত দুবছৰ আমাৰ কাম খুব ভাল চলিছিল আৰু নতুন জীৱন বোধেৰে উদ্বুদ্ধ কেইবাটাও অনুষ্ঠান হৈছিল। তাৰ পিছত ৰাজনৈতিক ধুমুহাত প্ৰথম অধ্যায়ৰ সামৰণি পৰিছিল। ১৯৫২-৫৩ চনত হেম শৰ্মা, মণি বৰা, অশোক মিত্ৰ প্ৰচেষ্টাত গুৱাহাটী গণনাট্য সংঘৰ পুনৰুজ্জীৱনৰ অধ্যায়ত ব্ৰজেন বৰুৱাৰ বৰঙণি আছিল অপৰিসীম। ১৯৫৩ চনত বোম্বেত সৰ্ব ভাৰতীয় গণনাট্য সন্মিলনত ব্ৰজেনবৰুৱাৰ সৰুভাই ৰমেনৰ নেতৃত্বত অসমৰ সংগীতৰ দলে শ্ৰেষ্ঠতৰ সন্মান আৰু স্বীকৃতি অৰ্জন কৰিছিল। আৰু, টাইমচ অব ইণ্ডিয়াৰ কলা সমালোচকে বৰ উচ্চ প্ৰশংসা কৰিছিল।

১৯৪৬-৪৭ চনৰ হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ বিক্ষুব্ধ গীত "হিন্দু-মুছলমান, হিন্দু-মুছলমান বৈ যায় তোৰ বিজয় ৰথ, বৈ যায় বৈ যায়—" অজিতমল্ল বৰুৱাৰ এই ৰচনাত এক উদাত্ত আবেগময় সুৰ সংযোজনা কৰি আমাৰ লগত ব্ৰজেন বৰুৱাৰ প্ৰথম চিনাকী। তাৰ কিছু পিছত আমেৰিকাৰ পৰা ঘূৰি আহি ভূপেন হাজৰিকাই অবিশ্ৰান্ত বিপ্লবী গীতৰ ধাৰাই এক নতুন প্ৰাণবন্যা সৃষ্টি কৰিছিল। ভূপেন হ'ল একেধাৰে বাণীকাৰ, সুৰকাৰ আৰু সুগায়ক। কিন্তু সেই ধাৰাৰ লগে লগে কবিৰ বাণী আৰু সুৰকাৰৰ সুৰ সংযোজনাৰ সকল সমন্বয়ও ঘটিছিল। গণনাট্যৰ পোণ প্ৰথম অধ্যায়ত আব্দুল মালিকৰ বাণী আৰু নিজামুদ্দিন হাজৰিকাৰ সুৰ সংযোজনাৰ গীতবোৰৰ কথা উনুকিয়াব পাৰি। সেই গীতবোৰ আছিল আমৰ গণগীতৰ আন্দোলনৰ প্ৰধান হতিয়াৰ। পৰৱৰ্ত্তী সময়ত হেমেন ঠাকুৰৰ ৰচনাত ৰমেন বৰুৱাৰ সুৰদান,

কেশৱ মহন্তৰ ৰচনাত অমিত চৰকাৰ বা খগেন মহন্তৰ সুৰাৰোপৰ কথা উন্নুকিয়াব পাৰি। সৰ্বভাৰতীয় ক্ষেত্ৰতো এনে ধৰণৰ বলিষ্ঠ প্ৰচেষ্টা চলিছিল। সুকান্ত ভট্টাচাৰ্যৰ 'অবাক পৃথিবী' বা 'ৰাণাৰ' কবিতাত সলিল চৌধুৰীৰ নাইবা বোম্বেৰ শংকৰ শৈলেন্দ্ৰ বা প্ৰেম ধাৱানৰ ৰচনাত কানু ঘোষ বা ওমৰ শেখৰ সুৰাৰোপৰ কথা দৃষ্টান্ত হিচাপে দাঙি ধৰিব পাৰো। এই ধাৰাত অসমৰ অতি সাৰ্থক সুৰকাৰ হ'ল ব্ৰজেন বৰুৱা। উচ্চাংগ সংগীতৰ কথা অত্যন্ত গৌণ। আমাৰ গণগীতত কথা আৰু সুৰৰ সমান মূল্য। ৰচয়িতাই জানে—কেতিয়াবা কথাই টানি আনে সুৰক আকৌ কেতিয়াবা সুৰে টানি আনে কথাক। দক্ষ সুৰকাৰে জানে কথা আৰু সুৰৰ সুখী বিবাহ বন্ধনজাত যি সন্তান—সেয়ে সফল গীত। তথাপি, মাতৃ গৰ্ভত যেনেকৈ সন্তানৰ জন্ম—সুৰৰ গৰ্ভতো তেনেকৈ গীতৰ জন্ম। ব্ৰজেনে এইকথা সম্পূৰ্ণৰূপে উপলব্ধি কৰিছিল আৰু সেই দক্ষতা আয়ত্ব কৰিছিল। দুৰ্বল ৰচনা কিম্বা আপাত দৃষ্টিত অতি সাধাৰণ ৰচনা ব্ৰজেনৰ সুৰৰ স্পৰ্শত অসাধাৰণ হৈ উঠিছিল।

সোণ বৰণীয়া সোণৰে চমকা
চন পৰি পৰি থাকে মোৰে চেনাই ঐ
সোণৰে চেকুৰা, সোণৰে সফুৰা
উলু খাগৰিয়ে ঢাকে মোৰে চেনাই ঐ

ডঃ আনন্দেশ্বৰ বৰঠাকুৰৰ এই গীতটো হয়তো মই কেতিয়াবাই পাহৰি থাকিলো হেঁতেন, কিন্তু ব্ৰজেনৰ সুৰাৰোপে যেন তাক চিৰন্তন কৰি ৰাখিছে। কেশবানন্দ দেৱ গোস্বামী ৰচিত 'আই অ' নেকান্দিবি' গীতটোৰ শেষ কলিটোত।

'আইতা, অ' আইতা
তোৰেনো মুখনি সবাতকৈ শুৱনি আইতা
তাতেনো মিচিকিয়া হাঁহি
বেণুৰে বোলোৱা ফুল বৰণীয়া যাচে চৰণতে পাহি'—

ব্ৰজেনে ইয়াত ছন্দ আৰু সুৰৰ পৰিবৰ্ত্তন কৰি, তাত এনে এটা আকুতি আৰু প্ৰাণাবেগ সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল যে আজিলৈকে এই গীতাংশ মোৰ প্ৰিয়তম গীতৰ এটি হৈ আছে।

সেই ধাৰাত আৰু অগ্ৰসৰ হৈ কেশৱ মহন্তৰ 'আই আমাৰ কপালতে' এই লিৰিকধৰ্মী ৰচনাত সুৰ সংযোজনা হ'ল সুৰকাৰ ব্ৰজেনৰ চিৰস্থায়ী সৃষ্টি। কথা আৰু সুৰৰ কি অপৰূপ সমন্বয়! তাৰ লগত প্ৰতি চাৰিমাত্ৰাৰ শেষত accented pause বা মাত্ৰাঘাত-বিৰতি আনি এক পাশ্চাত্য গতি ছন্দৰ চলন দি এই গীতটোৰ সহজ আবেদনক চমৎকাৰ সুষমাময় কৰা হৈছে।



ব্ৰজেনৰ কণ্ঠৰো এটা বৈশিষ্ট আছিল। মুকলি অনুষ্ঠানত নহয়, ঘৰুৱা পৰিবেশত ব্ৰজেনৰ সেই কণ্ঠৰ স্বকীয়তা অনুভৱ কৰা গৈছিল।

## ব্ৰজেন—মানুহজন

ৰাজনীতিৰ কথা তুলিলে 'মই ৰাজনীতি ভালকৈ বুজি নেপাওঁ' এইকথা কৈ ব্ৰজেনে সদায় মোক নিৰস্ত্ৰ কৰিছিল। কিন্তু শিল্প আত্মবিনোদনৰ বাবে নহয়, জাতিৰ চৰিত্ৰ গঠনত মানুহৰ মহত্তৰ চেতনা বিকাশৰ ক্ষেত্ৰত সুৰৰ ভূমিকা ব্ৰজেনে দৃঢ় ভাবে মানি লৈছিল। তেওঁ আছিল Committed গীতিকাৰ। চৰকাৰী ধান সংগ্ৰহত বগা আৰু ক'লা টকা অৰ্জনৰ প্ৰলোভন এৰি সেয়ে গানৰ পথ বাছি লৈছিল। অকল নিজৰ কথা নহয়, অসমৰ শিল্প আৰু শিল্পীৰ কথা সদায় ভাবিছিল।

কলিকতাৰ ভবানীপুৰত কিছুদিন ব্ৰজেনে এটা কোঠালি ভাড়া লৈ আছিল। তেতিয়া তাৰ লগত খুব ঘনিষ্ঠ আলোচনা হৈছিল অসমৰ কলা শিল্পৰ ভবিষ্যত সম্পৰ্কে। বহু কথাত তাৰ লগত মোৰ মতৰ পাৰ্থক্য হৈছিল। কিন্তু কেতিয়াও মতান্তৰ হোৱা নাই। শিল্পীসকলৰ মাজত যিটো দুৰ্লভ বস্তু—পৰম সহিষ্ণুতা সেইটো ব্ৰজেনৰ আছিল। ব্ৰজেনৰ কথা বতৰা খুব 'চিনিক' আছিল। কিন্তু কেতিয়াও হতাশাবাদী নাছিল। প্ৰচন্ড আত্মবিশ্বাস আছিল তাৰ। কেতিয়াবা এই আত্মবিশ্বাসে আত্মম্ভৰিতাৰ গা চুই গৈছিল। কিন্তু সেই আত্মম্ভৰিতা নেথাকিলে হয়তো প্ৰতিবন্ধক ঠেলি আগুৱাই যাব নোৱাৰিলে-হেঁতেন।

ব্ৰজেনৰ আটাইতকৈ শ্ৰেষ্ঠ গুণ আছিল মঞ্চৰ ওপৰত এটা দলৰ নেতৃত্ব কৰাৰ। বহু ভাল গাওঁতা পাইছো কিন্তু টিম পৰিচালক পোৱা সদাই টান। Group leader হিচাপে সকলোৰে মৰম আৰু আস্থা অৰ্জন কৰি অনুষ্ঠান পৰিচালনা কৰাৰ দুৰ্লভ ক্ষমতা আছিল ব্ৰজেনৰ। সেই কাৰণে ১৯৫৩ চনত ভাৰত বিখ্যাত কেবা গৰাকী শিল্পীৰ উপস্থিতিত অসম গণনাট্যৰ সপ্তাহব্যাপী প্ৰাদেশিক সন্মিলনৰ আমি এক বাক্যে ব্ৰজেনক মঞ্চ আৰু প্ৰগেম পৰিচালক পাতিছিলো। আৰু সেই কাম সুকলমে সমাধা কৰিছিল। সেই কাৰণেই ১৯৫৪ চনত অনুষ্ঠিত সৰ্বভাৰতীয় সাংস্কৃতিক সমাবেশত অসমৰ সাংস্কৃতিক দলটোৰ পৰিচালক হিচাপে আমি ব্ৰজেনক পঠিয়াইছিলো। অনুষ্ঠানৰ মূল সংগঠক আমাৰ সৰ্বভাৰতীয় সহ-সভাপতি আৰু বিখ্যাত চলচ্চিত্ৰ পৰিচালক সুব্ৰাহ্মনিয় মোলৈ চিঠি লেখি অসমৰ দলটোৰ অপৰিসীম সাফল্যৰ শলাগ লৈছিল। অথচ অসমৰ দলটো আছিল আটাইতকৈ সৰু। ব্ৰজেনৰ পৰিচালনাৰ বাবেই ই সম্ভৱ হৈছিল।

ব্ৰজেনৰ পৰিচালিত আৰু অভিনীত অধিকাংশ বোলছবি মই চোৱা নাই। গতিকে অসমৰ চলচ্চিত্ৰ জগতত ব্ৰজেনৰ মূল্যায়ন মই কৰিব নোৱাৰো। কিন্তু গীতিকাৰ ব্ৰজেনৰ বৰঙণি চিৰস্থায়ী আৰু চিৰস্মৰণীয়। ব্ৰজেন সুৰাৰোপিত বাচকবনীয়া কেইটামান গীতৰ নিৰ্ব্বাচিত সুকণ্ঠ গায়ক গায়িকাৰে লং প্লেয়িং ৰেকৰ্ড এখন উলিউওৱা মুঠেই টান কথা নহয়। ই ব্ৰজেনৰ শিল্পীসত্তাৰ চানেকী হিচাপে যুগমীয়া হৈ থাকিব।